# বৈষ্ণৱ ধৰ্ম্মৰ আঁতি-গুৰি

শ্ৰীডিম্বেশ্বৰ নেওগ

# বৈষ্ণৱ ধৰ্ম্মৰ আঁতি-গুৰি

শ্ৰীডিম্বেশ্বৰ নেওগ এম্-এ, বি-এছ্ ছি, বি-টি

প্ৰণীত

কেন্দুগুৰি শঙ্কৰদেৱ পুথিভঁৰালৰ পক্ষে

শ্ৰীযতীন্দ্ৰনাথ বৰুৱাৰ দ্বাৰা প্ৰকাশিত

প্ৰথম তাঙৰণ

১৮৬২ শক

যোৰহাট, অসম

বেচ ।০ এসিকি

# আগকথা

এই ৰচনাখনি বৰ্ত্তমান গঢ়ত, যোৱা ৩।৯।৮০ তাৰিখে যোৰহাটৰ চাৰিগাঁও ছাত্ৰ-সম্মিলনৰ শঙ্কৰদেৱৰ তিৰোভাৱ তিথিত আৰু যোৰহাটৰ কেন্দুগুৰি শঙ্কৰদেৱ পুথিভঁৰালত বৰ্ত্তমান শকৰ শঙ্কৰদেৱৰ আবিৰ্ভাৱ তিথিত পঢ়া সভাপতিৰ অভিভাষণ দুখনৰ সাৰাংশ। সেই সভা দুখনত উপস্থিত থকা ৰাইজে আৰু সভাৰ উদ্যোক্তা ছাত্ৰসকলে ইচ্ছা কৰাত ইয়াক বৰ্ত্তমান ৰূপ দিয়া হয়। এই কামত মোৰ চেনেহৰ পুৰণি ছাত্ৰ শ্ৰীমান যতীন্দ্ৰনাথ বৰুৱা আৰু শ্ৰীমান যোগেন্দ্ৰনাথ শইকীয়া, আৰু মোৰ ছাত্ৰস্থানীয় ডেকা সাহিত্যিক শ্ৰীমান ফণীন্দ্ৰনাথ বৰুৱাই বিশেষ উদগনি দিয়া বাবে তিনিও অশেষ শলাগৰ পাত্ৰ।

সভাপতিৰ অভিভাষণ দুখন যাইকৈ মোৰ আগৰ দুখন ৰচনাৰ ওপৰত ভেঁৱা হৈছিল। প্ৰথমখন "সমাজ গঠনত শঙ্কৰদেৱ", ১৯১৯ত লিখি তেতিয়াৰ অসম ছাত্ৰ সম্মিলনৰ এটি প্ৰতিযোগিতামূলক বটা লাভ কৰোঁ, আৰু সেয়ে পাছত ছোৱালী-ছোৱালীকৈ ১৭শ বছৰৰ "বাঁহী"ত ওলায়। পিছৰখন "মহাপুৰুষ শ্ৰীমাধৱদেৱৰ ধৰ্ম্মমত" ১৯২১ৰ মাধৱদেৱৰ তিথিলৈ লিখোঁ, আৰু সেয়ে "অসম সাহিত্যসভা পত্ৰিকা"ৰ ৫ম বছৰত আৰু তাৰ পৰা ১৯শ বছৰৰ "বাঁহী"ত ধাৰাবাহিককৈ প্ৰকাশিত হয়। ইয়াৰো আগপিছে লিখা এই বিষয়ৰ মোৰ আন কেবাখনো ৰচনাৰ ছাঁ ইয়াত পৰা স্বাভাৱিক; তাৰে দুখন দ্বিতীয় বছৰৰ "চেতনা" কাকতত ওলাইছিল। বৰ্ত্তমান ৰচনাৰ বাবে যিসকল দেশী আৰু বিদেশী গ্ৰন্থকাৰৰ কথাৰ ওপৰত ভিত দিছোঁ, সেইসকলৰ গ্ৰন্থৰ নাম যথাস্থানত উল্লেখ কৰিছোঁ। ইয়াৰ উপৰি লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ 'বাঁহী'ৰ এই বিষয়ৰ নানা প্ৰবন্ধৰপৰা মই মুকলিকৈ সহায় লৈছোঁ।

নিজাভাৱে মই কোনো সাম্প্ৰদায়িক মতৰ ভিতৰ নহওঁ। তদুপৰি, ই তেনে বিষয়ৰ আলোচনাৰ ঠায়ো নহয়; অসম বৈষ্ণৱ ধৰ্ম্মৰ এটা বুৰঞ্জীমূলক পৰিস্থিতি নিৰ্ণয় কৰাই এই ৰচনাৰ লক্ষ্য। প্ৰভুত্বজ্ঞাপক প্ৰমাণ, ঠাৱৰ গত আৰু স্বাভাৱিক মীমাংসাৰ বাহিৰে মই কোনো কথাত জানি-শুনি নিজ কল্পনাক এনেয়ে উমলিবলৈ বা পক্ষপাত দোষত দুষ্ট হবলৈ দিয়া নাই; গতিকে ইয়াৰ কোনো কথা কোনো জনৰ মনঃপুত নহলে থিতাতে আমাক দোষ দিয়াতকৈ, তাৰ আগতে বুৰঞ্জী আৰু আন থিৰ মতবোৰ খণ্ডন কৰি লব লাগিব। বুৰঞ্জী বহুত সময়ত সৰবৰহী হব নোৱাৰে, কিয়নো ই কাব্য বা উপন্যাসৰ দৰে কেতিয়াও লোকৰ মনে-যোগোৱা কথা নহয়; তাত কিবা ভুল থাকিলে যুক্তি আৰু প্ৰামাণিক সত্যৰে আগেয়ে তাক ওফৰাই দিহে নতুন সত্য কিবা হলে তাক তাৰ ঠাইত থাপিবলৈ যত্ন কৰাটো আধুনিক আৰু বিজ্ঞান-সম্মত নীতি। অসমীয়া সাহিত্যত এই নীতি পালন কৰাতকৈও জানি বা নাজানি লঙ্ঘন কৰাৰ উদাহৰণহে সৰহ পোৱা হয়, ই দুখ কৰিব লগা কথা নিশ্চয়। আন আন কথা ইয়াৰ 'সামৰণি' অধ্যায়ত কোৱা হৈছে; মোৰ উদ্দেশ্য আটায়ে সজভাৱে বুজিলেই এই শ্ৰম সাৰ্থক মানিম।

গুৰনী পজা, যোৰহাট
কাতি বিহু, ১৮৬২, শক

শ্ৰীডিম্বেশ্বৰ নেওগ

# অৰ্পণ

অসমৰ সুপ্ৰসিদ্ধ অভিনেতা, হাস্যৰসিক, শব্দশিল্পী,

নাট্যকাৰ আৰু সুসাহিত্যিক, লেটুগ্ৰাম

সত্ৰৰ ডেকা অধিকাৰ, যোৰহাট

নৰ্ম্মাল স্কুলৰ সহকাৰী

ছুপাৰিণ্টেণ্ডেণ্ট,

অগ্ৰজপ্ৰতিম

শ্ৰীযুত মিত্ৰদেৱ মহন্ত সুহৃদ্বৰৰ

কৰ-কমলত

লেখক

# বৈষ্ণৱ ধৰ্ম্মৰ আঁতি-গুৰি

## ১। ভাৰতীয় বৈষ্ণৱ ধৰ্ম্মৰ ইতিবৃত্ত

'বৈষ্ণৱ' শব্দই বিষ্ণুসম্বন্ধীয় কথায়ে বুজায়; কিন্তু বৈষ্ণৱ ধৰ্ম্ম বিশেষ-ভাৱে কৃষ্ণমূলক হে, বিষ্ণুবিষয়ক নহয়। এই কৃষ্ণৰ অৱতাৰ নিশ্চয় বেদৰ বহুত পিছৰ; "নামঘোষাৰ" ভাষাৰে, "কিন্তু ইটি মহাধৰ্ম্ম, মাধৱৰ জন্মকৰ্ম্ম, বেদে যাৰ নজানে মহিমা।" (৭৮)। গতিকে বেদ-উপনিষদ নামে হিন্দু ধৰ্ম্মৰ সৰ্ব্বপ্ৰথম সাহিত্যখিনি এৰি আহি ক্ৰমে মহাভাৰত, গীতা, হৰিবংশ আৰু ভাগৱত আদি পুৰাণসমূহতহে সৰহ তাকৰকৈ কৃষ্ণৰ নাম আৰু চৰিত-বৰ্ণনা পোৱা হয়। কিন্তু ভাৰতীয় ধৰ্ম্মক্ষেত্ৰ আৰু সাহিত্য-ক্ষেত্ৰত শ্ৰীকৃষ্ণ এক আকাশলঙ্ঘী ব্যক্তিত্ব আৰু সৰ্ব্ব-প্ৰিয় অৱতাৰেই নহয়, তেৱেঁ সেই সবিতা বা বিষ্ণু, তেৱেঁ নিজে সেই অনাদিকাৰণ পূৰ্ণব্ৰহ্ম। গতিকে বেদ উপনিষদ আদিত বৈষ্ণৱ ধৰ্ম্মৰ কোনো চিন-মোকাম প্ৰত্যক্ষভাৱে নোলালেও, গাইৰ ওহাৰত গাখীৰ লুকাই থকাৰ দৰে, সি নিহিত আছিল; আৰু 'নামঘোষাৰ" সুমধুৰ ভাষাৰেই—

বৈষ্ণৱ ধৰ্ম্ম আৰু শ্ৰীকৃষ্ণ

'সকলে উপনিষদে ধেনু, দোগ্ধা ভৈল তাৰ নন্দ সুত,
তাৰ বৎস ভৈল কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত, কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষে পান কৰয়॥" ৬৭৭।

ভাৰতবৰ্ষত আৰ্য্যধৰ্ম্মৰ যিটো ঘাই সুঁতি, সি বেদৰ কালৰপৰা আজিলৈকে ধাৰ-নিছিগাকৈ যে বৈ আছিছে, ই নিশ্চয়। তাত বিভিন্ন ধৰ্ম্মৰ নানান জ্ঞান-জুৰি মিহলি হৈছে যদিও, সেই ঘাই সুঁতিৰ প্ৰকৃতিৰ বিশেষ সলনি হোৱা নাই; পৰম ব্ৰহ্ম ৰূপ অনন্ত সমুদ্ৰকে লক্ষ্য কৰি সি চিৰ-কাল বৈ লাগিছে, আৰু এয়ে হিন্দুৰ সনাতন ধৰ্ম্ম। বেদৰ জ্ঞানকাণ্ড চিৰন্তন সত্যমূলক, আৰু কৰ্ম্মকাণ্ড

বেদ-উপনিষদৰ লগত গীতা-ভাগৱত আদিৰ সম্পৰ্ক

সাময়িক উপযোগিতামূলক বুলিব পাৰি। পিছৰ স্মৃতিশাস্ত্ৰবিলাক এই শ্ৰুতি বা বেদাদিৰপৰাই জীপ্ পাই উঠিছে। শ্ৰীমদ্ভগৱৎ গীতা সূত্ৰৰূপে আৰু তাৰ পিছৰ শ্ৰীমদ্ভাগৱত শাস্ত্ৰ তাৰে ব্যাখ্যা আৰু উদাহৰণ স্বৰূপে সম্পূৰ্ণৰূপে উপনিষদৰ গভীৰ দাৰ্শনিক তত্ত্বসমূহৰ হাড়-মগজুৰে গঠিত। (১) উপনিষদ আকৌ বেদৰ কৰ্ম্মকাণ্ডৰ বিৰুদ্ধে, ঘাইকৈ ক্ষত্ৰিয়সকলৰ অতি গভীৰ দাৰ্শনিক চিন্তা আৰু তত্ত্বমূলক এক ঈশ্বৰমুখী উপাসনাৰ নিয়ম। কোনো ঠাইত হুবহুকৈ, কোনো ঠাইত অলপ সলনিকৈ আৰু কোনো ঠাইত ব্যাখ্যাৰূপে উপনিষদৰ বাক্যবোৰ গীতাত ব্যৱহৃত হৈছে। আকৌ "যো বিশ্বং ভুবনমাবিবেশ," "যো অগ্নৌ যো অপ্সু য ওষধিষু, যো বনস্পতিষু," শ্ৰুতিৰ এই পৰমাত্মা পৰম ব্ৰহ্মই গীতাৰ পুৰুষোত্তম বা ভাগৱতৰ "বেদৰ গুপুত বিত্ত নাৰায়ণ এ, দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত।" বিষ্ণুপুৰাণেও কৰৰ দৰে ঋক্ যজু, সাম্ বেদৰ বাটেদি গৈও এই পুৰুষোত্তমকে পূজা কৰা হৈছিল—

"স ব্ৰহ্ম তৎপৰং ধাম পৰমাত্মা স চেশ্বৰঃ।
স বিষ্ণুঃ সৰ্ব্বমেবেদং যতো নাবৰ্ত্ততে যতিঃ॥
ঋগ্ যজুঃ সামভিৰ্মাৰ্গৈঃ প্ৰবৃত্তৈৰিজ্যতে হ্যসৌ।
যজ্ঞেশ্বৰো যজ্ঞপুমান্ পুৰুষৈঃ পুৰুষোত্তমঃ॥"

বেদান্ত বাদৰায়ন ব্যাসৰ ৰচনা। শঙ্কৰাচাৰ্য্য ৰামানুজাচাৰ্য্য আৰু মাধৱাচাৰ্য্য, এই তিনিজন বৈদান্তিকৰপৰা বেদান্তৰ তিনটা ডাল ওলায়। এই তিনিজনে উপনিষদ গ্ৰন্থকে ভেটি কৰে, কিন্তু তিনিওৰে ব্যাখ্যা বেলেগ বেলেগ। বহুতে ভবাৰ দৰে শঙ্কৰাচাৰ্য্যই বেদান্তৰপৰা প্ৰথম অদ্বৈতবাদ (Monism) প্ৰচাৰক নহয়। তেঁওৰ আগত গৌড়পাদ আৰু অনেক আগৰ পণ্ডিতে একমেবাদ্বিতীয়ম্ (Non-dualism) মত প্ৰচাৰ কৰিছিল। কিন্তু তাক মায়াবাদৰ লগত মিহলোৱা অদ্বৈত-বাদী শঙ্কৰাচাৰ্য্যই প্ৰথম হব পায়। ৰামানুজৰ প্ৰচাৰিত অদ্বৈতবাদ বিশিষ্ট-অদ্বৈতবাদ ( Qualified Monism ) বুলি প্ৰখ্যাত, আৰু এওঁৰো অনেক কালৰ আগত বুদ্ধায়ন নামৰ এজন পুৰণিকলীয়া ঋষিয়ে এই মত প্ৰচাৰ কৰিছিল। বুদ্ধায়ন মহাভাৰত-প্ৰণেতা বাদৰায়ন ব্যাসৰ

অদ্বৈতবাদৰ বিভিন্ন প্ৰচাৰকসকল আৰু ভাগৱৎ

(১) Vide Kalyana Kalpataru Vol. II. no. 1. P. 124.

প্ৰায় সমসাময়িক। শ্ৰীমদ্ভাগৱতত এই বিশিষ্ট অদ্বৈতবাদ মতকে সজীৱ কৰা হৈছে,আৰু ই খ্ৰীষ্টপূৰ্ব্ব কেইবা শ বছৰৰো আগৰ পুথি যে,তাত সন্দেহ নাই। বেদান্তৰ সূত্ৰ, ভগৱদ্গীতা আৰু নাৰদীয় পঞ্চৰাত্ৰ তন্ত্ৰই ভাগৱতৰ ভেটি। অদ্বৈতবাদী সকলোৱেই মানে যে ঈশ্বৰ এক, আৰু আন সকলো তেওঁৰ গুণ বা বিকাশ মাত্ৰ। কিন্তু শঙ্কৰাচাৰ্য্যই সেই গুণবোৰ অসত্য, অস্থায়ী আৰু মায়াময় বোলে; কিন্তু ৰামানুজে সেইবোৰ ঈশ্বৰৰ আদেশত হোৱা সত্য আৰু স্থায়ী বিকাশ বুলি কয়।

দখিণ ভাৰতত আলোৱাৰসকলেই পোনতে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। এওঁলোকৰ সৰহখিনিয়েই উত্তৰ-ভাৰতপৰা যোৱা বামুণ আৰু কিছু-মান আন হীনকুলীয়া বৈষ্ণৱ। প্ৰথম তিনিজন আলোৱাৰৰ নাম

**দখিণ ভাৰতত প্ৰথম বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰ**

জনা যায়। কুলশেখৰ নামে এজন আলোৱাৰ পুৰণি ত্ৰিবাঙ্কুৰৰ ৰজা আৰু অন্দল নামে এগৰাকী নীহকুলীয়া তিৰুতা ভক্ত আলোৱাৰ আছিল। এই আলোৱাৰসকলে দ্ৰাবিড়ী তামিল ভাষাত কৃষ্ণভক্তিমূলক নানা মৰ্ম্মস্পৰ্শী গীত ৰচনা কৰি লোকসকলক কৃষ্ণ-প্ৰেমত মতলীয়া কৰিছিল। তেওঁলোক প্ৰকৃত ধৰ্ম্মপৰায়ণ আৰু সাংসাৰিক বিষয়ত স্পৃহাহীন লোক আছিল। এওঁলোক বামুণ-বিদ্বেষী বা জাতিভেদ বিৰোধী লোক নাছিল; বৌদ্ধ আৰু জৈন ধৰ্ম্মৰ বিৰুদ্ধেহে এওঁলোকক কটাক্ষপাত কৰা দেখা গৈছিল। এওঁলোকে বেদক সন্মানক চকুৰে চাইছিল সঁচা, কিন্তু হৰিনাম-কীৰ্ত্তন আৰু হৰিৰূপ-চিন্তাকেহে প্ৰকৃত ধৰ্ম্ম বুলিছিল। সুচৰিত্ৰ আৰু সদাচাৰ এওঁলোকৰ মতে জীৱনৰ অপৰিহাৰ্য্য অঙ্গ আছিল। গীতা, ভাগৱত আৰু নাৰদীয় পঞ্চৰাত্ৰৰ ওপৰতেই এই আলোৱাৰসকলৰ ধৰ্ম্ম সম্যকভাৱে প্ৰতিষ্ঠিত আছিল। ই খ্ৰীষ্টীয় প্ৰথম শতিকা বা তেনে কালৰ কথা। (২)

আলোৱাৰসকলৰ পিছৰ বৈষ্ণৱাচাৰ্য্যসকলৰ লক্ষ্য ভক্তি হলেও, জ্ঞানে তাত প্ৰাধান্য বিচাৰিছিল; অৰ্থাৎ তেওঁলোকৰ কালত বৈষ্ণৱ

**নৱ বৈষ্ণৱ ধৰ্ম্মৰ (Neo-vaishnavism) অভ্যুদয়**

ধৰ্ম্ম অনুভূতিমূলক ( emotional ) হোৱাতকৈ বুদ্ধি বা ভাৱমূলক ( intellectual ) হোৱাৰ ফালে ঢাল লৈছিল। আচাৰ্য্য নাথ মুনি যেনেকৈ এইসকলৰ ভিতৰত প্ৰথম, ৰামানুজ স্বামী সেইদৰে প্ৰধান। ৰামানুজ দ্বাদশ শতিকাৰ

(২) 'বাঁহী' ৮ৰ বছৰ, ৫ম সংখ্যা ২০৪—২১৬ পিঠি চাওক।

লোক। এৱেঁই বৈষ্ণৱ ধৰ্ম্মক পোনতে ভালকৈ দাৰ্শনিক ভেটিৰ ওপৰত ঠিগ কৰে; কিন্তু তাত ভক্তিবাদৰ বাবে সদায় আগঠাই আছে। এখন ইয়াকে নৱ-বৈষ্ণৱ ধৰ্ম্মৰ ( Neo-vaishnavism ) উন্মেষ কয়। এওঁৰ জীৱন আৰু শিক্ষাত অসমৰ মাধৱদেৱ, ভট্টদেৱ আদিৰ দৰে দাৰ্শনিক আৰু ভক্তৰ অপূৰ্ব্ব সমন্বয় ঘটিছিল। গীতা আৰু ভাগৱতৰ মতে শৰণক ( অৰ্থাৎ সকলো প্ৰকাৰে ঈশ্বৰৰ চৰণত আত্মনিবেদনক ) এওঁলোকে 'প্ৰপত্তি' বুলিছিল, আৰু ই তেওঁলোকৰ প্ৰচাৰিত ধৰ্ম্মৰ ঘাই অঙ্গ আছিল। এওঁৰ পিছত মানবল মহামুনি নামৰ বিখ্যাত ধৰ্ম্মাচাৰ্য্যই সকলো জাতিৰ বৈষ্ণৱৰ সমকক্ষতা আৰু গুৰুবাদৰ প্ৰাধান্য সৰবৰহীকৈ প্ৰচাৰ কৰে।

অসমীয়া গুৰুচৰিত লিখোঁতাসকলৰ কোনো কোনোৱে, প্ৰায় একে সময়তে চাৰিজন অৱতাৰী পুৰুষে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰা কথা লিখিছে, আৰু প্ৰায় সেইমতে উত্তৰ ভাৰতত বৈষ্ণৱ ধৰ্ম্মৰ চাৰিটা ডাল দেখিবলৈ পোৱা হয়; শঙ্কৰদেৱ, চৈতন্য-দেৱ, বল্লভাচাৰ্য্য আৰু ৰামানন্দই তাৰ প্ৰৱৰ্ত্তক। এই ৰামানন্দ ৰামানুজপৰা নমা পঞ্চম ধৰ্ম্মাচাৰ্য্য, আৰু এওঁ চতুৰ্দ্দশ শতিকাৰ শেষৰ; কিন্তু এওঁ ৰামৰ নাম আৰু ৰামৰ উপাসনাহে চলাইছিল। এওঁৰ বাৰজন প্ৰধান শিষ্যৰ ভিতৰৰ কবীৰো এজন; এওঁ জোলা জাতৰ মুছলমান আছিল। এওঁৰ উপাস্য ৰাম; কিন্তু এওঁৰ মন্ত্ৰবৰ্জ্জিত আৰু অনুষ্ঠানবিহীন উপাসনা-প্ৰণালী এক স্বকীয়া সম্প্ৰদায়ৰ দৰে। মহাকবি তুলসীদাস ( ১৫৩২-১৬৩২ খ্ৰীঃ ) ৰামানন্দৰ পৰা নমা সপ্তম ধৰ্ম্মাচাৰ্য্য; এওঁৰ হিন্দী ৰামায়ণ "উত্তৰ ভাৰতৰ লক্ষ লক্ষ লোকৰ বেদ স্বৰূপ।" ১৪৭৯ খ্ৰীঃত টেলিঙ্গানা নামে ঠাইত বল্লভাচাৰ্য্যৰ জন্ম। এওঁ মথুৰালৈ আহি তাত ধৰ্ম্মপ্ৰচাৰ কৰে। এওঁৰ প্ৰচাৰিত ধৰ্ম্মত বালগোপালৰ পূজা প্ৰধান; গীতা আৰু ঘাইকৈ ভাগৱতৰ কৃষ্ণলীলাই ইয়াৰ ভেটি। চৈতন্যদেৱ ( ১৪৮৫-১৫৩৩ খ্ৰীঃ ) শঙ্কৰদেৱতকৈ ( ১৪৪৯-১৫৬৯ খ্ৰীঃ ) পিছৰ ধৰ্ম্ম-প্ৰচাৰক; শঙ্কৰদেৱে প্ৰথম তীৰ্থভ্ৰমণৰ কালৰ ( আঃ ১৪৭৯-৯১ খ্ৰীঃ ) ভিতৰতে মথুৰাৰ ৰমাকান্ত, ব্ৰজৰ ত্ৰিজটা আদি নানা ঠাইৰ লোকক শৰণ দিছিল বুলি এজন চৰিত-পুথি লেখকে লিখিছে। (৩) কিন্তু তীৰ্থৰ পৰা

উত্তৰভাৰতৰ বৈষ্ণৱ প্ৰচাৰক শঙ্কৰ, চৈতন্য, বল্লভ, ৰামানন্দ

(৩) Vide *Sankardev*, Natesan & Co. Madras P. 11.

উলটি আহি "চিহ্নযাত্ৰা" ভাৱনা পতাৰ পিছত যে তেওঁলোকৰ নিজ পুৰোহিত ৰামৰাম গুৰুকে আদি কৰি অনেক লোকক তেওঁ শৰণ দিছিল, ৰামচৰণ ঠাকুৰৰ দৰে প্ৰায় নিজ চকুৰে দেখা চৰিত-লেখকৰ বৰ্ণনাৰ পৰা, সেই কথা পৰিপাটিকৈ জানিব পাৰি : অৰ্থাৎ পঞ্চদশ শতিকাৰ শেষ দশকৰ আগছোৱাৰ পৰাই শঙ্কৰদেৱে ধৰ্ম্মপ্ৰচাৰ কৰা বুলি নিসন্দেহে ধৰিব পাৰি। চৈতন্যদেৱে ২৪ বছৰ বয়সত ( আঃ ১৫০৯ খ্ৰীঃ ) সন্ন্যাস অৱলম্বন কৰে মাথোন ; গতিকে শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ লগত চৈতন্যদেৱৰ ধৰ্ম্ম সানিবলৈ যোৱা উৎকট চেষ্টা এনেযে বিফল হয়। তদুপৰি চৈতন্যদেৱৰ ৰাধা-কৃষ্ণৰ যুগল-উপাসনা পদ্ধতিৰ ( dual worship ) ভেটি গীতা-ভাগৱততকৈও একাদশ শতিকা মানৰ স্মৰণীয়া ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ, দ্বাদশ শতিকাৰ জয়দেৱৰ "গীত-গোবিন্দ", আৰু চতুৰ্দ্দশ-পঞ্চদশ শতাব্দাৰ বিদ্যাপতি, চণ্ডীদাস আদি কবিসকলৰ গীততহে বিচাৰিব লাগিব*। ইয়াৰ উপৰি, চৈতন্যৰ মধুৰ-ভাৱ প্ৰধান, বীজমন্ত্ৰযুক্ত শৰণ, ষোল-নাম প্ৰণালী আদিয়েই অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ লগত তাৰ মূলগত পাৰ্থক্য প্ৰমাণ কৰে।

## ২। নৱ-বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰৰ পূৰ্ব্বে অসম

*প্ৰাগৈতিহাসিক পৌৰাণিক যুগত অসম*

ভাৰতবৰ্ষৰ ৫১খন শক্তিপীঠৰ ভিতৰত প্ৰধান কামাখ্যা পীঠক বুকুত লৈ অতি পৌৰাণিক কালৰে পৰা প্ৰাগজ্যোতিষ শক্তিপূজাৰ কেন্দ্ৰস্থল আছিল, সন্দেহ নাই। কামৰূপ ৰাজ্যৰ প্ৰথম হিন্দু ৰজা নৰকাসুৰ কামাখ্যাৰ ঘোৰ ভক্তৰূপে কালিকা পুৰাণত বৰ্ণোৱা আছে। তেওঁৰ সমসাময়িক, শোণিত-পুৰৰ ৰজা বাণাসুৰৰ শিৱভক্তিৰ কথাও সেই পুৰাণতে পোৱা হয়, আৰু সেই অতুল শিৱভক্তিৰ চিনৰূপেই মহাদেৱৰ এটা নাম বাণেশ্বৰ। বাণকন্যা উষাৰ দেবী-পূজাৰ কথাও সকলোৰে সুবিদিত। শদিয়াৰ চণ্ডিকা দেৱীৰ বিখ্যাত তাম্ৰেশ্বৰী মন্দিৰৰ পৰা ৰুক্মিণীক কৃষ্ণই হৰি নিয়া কথাও পুৰাণ-প্ৰসিদ্ধ। নৰকাসুৰৰ নাতি আৰু মহাভাৰত-প্ৰসিদ্ধ ভগদত্তৰ পুতেক বজ্ৰদত্ত শিৱভক্ত আছিল বুলি বলবৰ্ম্মণ ৰজাৰ তামৰ ফলিত বৰ্ণোৱা আছে।

---

* Vide History of Bengali Literature by R. C. Dutt.

**ঐতিহাসিক মধ্যযুগত অসম**

ঐতিহাসিক মধ্যযুগত সপ্তম শতিকাৰ আগছোৱা কালত ভাস্কৰ বৰ্ম্মাই প্ৰাগ্জ্যোতিষত ৰাজত্ব কৰে। এওঁক নৰকাসুৰ আৰু ভগদত্তৰ বংশধৰ বোলে আৰু এওঁ শিৱভক্তৰূপে প্ৰখ্যাত। ভাৰত-ভ্ৰমণ (৬২৮-৬৪৫ খ্ৰীঃ) প্ৰসঙ্গত চীন পৰিব্ৰাজক হিৱেনচাঙে এওঁৰ নিমন্ত্ৰিত অতিথিৰূপে থাকি লিখি থৈ গৈছে বোলে কামৰূপৰ লোকসকলে নানা দেৱতাৰ পূজা কৰিছিল আৰু বৌদ্ধ ধৰ্ম্মত বিশ্বাস নকৰিছিল, আৰু নিজে বৌদ্ধ নহলেও শ্ৰমণসকলক তেওঁ বৰ আদৰ কৰিছিল। সপ্তম শতিকাৰ এই আগছোৱা কালতে দিয়া এওঁৰ তামৰ ফলিৰ আৰম্ভণত "শশিসেখৰ প্ৰিয় পিনাকিৰ" (শিৱ) লগত বিশ্বৰ কাৰণ আৰু ফলস্বৰূপক (ধৰ্ম্ম) শ্ৰদ্ধা দেখুৱা হৈছে। তাৰ পিছত নৱম শতিকাৰ আগছোৱাত ৰজা হৰ্জ্জৰ বৰ্ম্মাই আৰু পিছছোৱাত বনমাল ৰজাই, দশম শতিকাৰ আগছোৱাত বলবৰ্ম্মা ৰজাই আৰু একাদশ শতিকাত ৰত্নপাল ৰজাই দিয়া তামৰ ফলিবোৰ সদায় শিৱৰ স্তুতিৰে আৰম্ভ কৰা। গতিকে এই কালছোৱাত অন্ততঃ ৰজা, ৰাজবিষয়া আৰু পুৰোহিত সম্প্ৰদায়ৰ মাজত শৈৱ ধৰ্ম্মৰ প্ৰাধান্য থকা বুলি অনুমান কৰা স্বাভাৱিক। (১) নৱম শতিকাৰ আগছোৱাত অসমলৈ অহা শঙ্কৰাচাৰ্য্যই অভিনৱ গুপ্ত নামৰ তান্ত্ৰিক পণ্ডিতক তৰ্কত পৰাস্ত কৰা কথাও ইতিহাস প্ৰসিদ্ধ।

**আৰ্য্য-অনাৰ্য্য সান-মিহলিত শৈৱ আৰু শাক্ত ধৰ্ম্মৰ জন্ম**

উপাসনাৰূপে শিৱ আৰু দুৰ্গা পূজা, তথা লিঙ্গ আৰু যোনী পূজা, প্ৰাক্‌বৈদিক কালৰেপৰা ভাৰতত আছে বুলি ভাবিবৰ অনেক হেতু আছে। মহেঞ্জদাৰো আৰু হৰপ্পাৰ মাটিৰ তলৰ আৱিষ্কাৰসমূহে বৈদিক যুগৰো এহাজাৰ বছৰৰ আগৰ সিন্ধু উপত্যকাৰ সভ্যতাৰ ওপৰত যিছাটি পোহৰ পেলায়, সি অলপ চকা-মকাকৈ হলেও ভাৰতৰ আদিম অধিবাসীসকলৰ মাজত ওপৰত কোৱা পূজা-পদ্ধতি থকা দেখুৱায়। এই ধৰ্ম্ম-প্ৰণালী আৰ্য্যমূলত হোৱা হলে টিউটনিক, কেল্‌টিক আদি আৰ্য্যপৰিয়ালৰ আন আন ডালবোৰতো ইয়াক দেখিবলৈ পোৱা হলহেতেন; নহলেও, অন্ততঃ বৈদিক আৰ্য্যসকলৰ প্ৰথম ৰচিত ঋক্ আৰু সাম বেদত তাৰ আভাস থাকিলহেতেন। কিন্তু অথৰ্ব্ব বেদৰ আগলৈকে এনে পূজা পদ্ধতিৰ ভাল প্ৰমাণ একো নোপোৱাৰ পৰা এনে অনুমান কৰা স্বাভাৱিক যে আৰ্য্য-অনাৰ্য্যৰ ধৰ্ম্ম-সংগ্ৰামৰ ফলত

---

(১) মহামহোপাধ্যায় ৺পদ্মনাথ বিদ্যাবিনোদৰ 'কামৰূপ শাসনাৱলী' চাওক।

অথৰ্ব্ব বেদৰ কালত দুই ধৰ্ম্মৰ এটা সমিল-মিল হৈছিল, আৰু তাৰ চিন স্বৰূপে এই অনাৰ্য্য পূজা-পদ্ধতি আৰ্য্যসকলে গ্ৰহণ কৰিছিল। পিছত পতন-মুখী বৌদ্ধধৰ্ম্ম আৰু আন অনাৰ্য্য অধিবাসীৰ কুসংস্কাৰেৰে মিলি এই পূজা-পদ্ধতিয়েই অৱনত হৈ কোনো ঠাইত তান্ত্ৰিক ৰূপ ধৰে। (৫)

খ্ৰীষ্টীয় ১২শ, ১৩শ, আৰু ১৪শ শতিকাত বিষ্ণু সেৱাৰ উন্মেষ

একাদশ শতিকাৰ পিছ ছোৱাত দিয়া ইন্দ্ৰপাল ৰজাৰ এখন তামৰ ফলিত শিৱৰ লগত দুৰ্গাৰ, আৰু আন এখন ফলিত শিৱৰ লগত ধৰিত্ৰী (পৃথিৱী) আৰু মহাবৰাহৰ (বিষ্ণু) নাম যোগ কৰা আছে। কিন্তু তাৰ পাছত ধৰ্ম্মপাল ৰজাই দ্বাদশ শতিকাত দিয়া দুখন তামৰ ফলিৰ দ্বিতীয় খনত অকল বৰাহৰূপী নাৰায়ণৰ স্তুতি মাথোন পোৱা হয়। এই পাল (বৰ্ম্মা) ৰজাসকলৰ পতনৰ পাছত কামৰূপ ৰাজ্যত অলপ বেমেজালি ঘটে; তাৰ পাছত ভাটি ৰংপুৰৰ কমতাপুৰ ৰাজধানীৰে বৰনদী আৰু কৰতোয়া নৈৰ মাজৰ ঠাইডোখৰত দুৰ্ল্লভনাৰায়ণ ৰজা হয়। এই বিদ্যোৎসাহী ৰজাজনৰ আশ্ৰয়ত কবি হেম সৰস্বতীয়ে 'প্ৰহ্লাদ চৰিত্ৰ' আৰু হৰিহৰ বিপ্ৰই মহাভাৰতৰ 'অশ্বমেধ পৰ্ব্ব'ৰ অসমীয়া পদ কৰি 'জদুপতি', 'হৰি' আদি বিষ্ণুৰ অৱতাৰলৈ সেৱা আৰু ভক্তি নিবেদন কৰে। দুৰ্ল্লভ নাৰায়ণৰ পুতেক ইন্দ্ৰনাৰায়ণৰ ৰাজত্বত কবিৰত্ন সৰস্বতীয়ে 'জয়দ্ৰথ বধ' আৰু ভাটি ৰংপুৰৰ তাম্ৰধ্বজৰ ৰাজত্বত ৰুদ্ৰ কন্দলিয়ে চতুৰ্দ্দশ শতিকাৰ প্ৰথম আধা ছোৱা কালত 'দ্ৰোণপৰ্ব্ব'ৰ অসমীয়া পদ কৰি হৰিৰ সেৱাৰ মাহাত্ম্য বৰ্ণায়। তাৰ পাছত চতুৰ্দ্দশ শতিকাৰ মাজভাগত ৰাজত্ব কৰা বৰাহ ৰজা শ্ৰীমহামাণিক্যৰ (১৩৫০—১৪০৪ খৃ:) আদেশত 'কবিৰাজ' মাধৱ-কন্দলিয়ে "সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধি" আৰু "দেৱজিৎ" নামৰ সুন্দৰ পুথি ৰচনা কৰি কৃষ্ণ-সেৱা আৰু নাম-ধৰ্ম্ম-মাহাত্ম্যৰ পোষকতা কৰে।

আহোম আক্ৰমণৰ (১২২৮ খ্ৰী:) কালত অসম

এইদৰে দ্বাদশ, ত্ৰয়োদশ আৰু চতুৰ্দ্দশ শতিকাত বিষ্ণুৰ নানা অৱতাৰৰ উপাসনাৰ যি উন্মেষ দেখা যায়, তাৰপৰা সেই কালছোৱাত সৰ্ব্বসাধাৰণৰ মাজত সঞ্চালনিকৈ বৈষ্ণৱ ধৰ্ম্ম চলিছিল বুলি ভাবিলে বৰ ভুল হব। গীতা ভাগৱত আদি পুৰণি বৈষ্ণৱ সাহিত্যৰ অধ্যয়ন কৰি কোনো ৰজা, বিষয়া, পণ্ডিত বা

(৫) Vide A. G. & O A.L. by K. Medhi, M. A. Introduction III. p. lxxxvii.

কৰিজনে গুটীয়াভাৱে সেই ধৰ্ম্ম শ্ৰেষ্ঠ বুলি মানিব আৰু পালন কৰিব পাৰে, ইমানেই ; কিন্তু সেই কালত উত্তৰ ভাৰতত জন্ম পোৱা নৱ বৈষ্ণৱ আন্দোলনৰ ( Neo-vaishnavism ) লগত যে শঙ্কৰদেৱৰ আগলৈকে অসমৰ কোনো সম্পৰ্ক নাছিল বা জনসাধাৰণৰ মাজত বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰৰ কোনো চেষ্টা দেখা নাযায়, তাত সন্দেহ নাই। বুৰঞ্জীয়েও এই কথা সম্পূৰ্ণ সমৰ্থন কৰে। হিৰেনছাঙ ভাৰতলৈ অহা ঠিক ছশ বছৰৰ পাছত ১২২৮ খ্ৰীঃত আহোমসকল অসমলৈ আহে ; ইযাৰ আগলৈকে অসমীয়াৰ কাৰণে বুৰঞ্জী-বিজ্ঞান অবিদিত থাকিলেও. তেতিয়াৰে পৰা আজিলৈকে অসমৰ ধাৰাবাহিক বুৰঞ্জী আছে। আহোমসকল অসমলৈ আহোঁতে দেও-পূজক আছিল ; আৰু তেওঁলোক অহা কালত বাৰভূঞা আৰু ছুটিয়া-সকলে অসমত ৰাজত্ব কৰিছিল। এই দুই জাতিয়েই যে ঘোৰ শক্তি-পূজক আছিল, সি বুৰঞ্জী-প্ৰসিদ্ধ কথা। শঙ্কৰদেৱৰ জন্ম কিয়, প্ৰথমবাৰ তীৰ্থপৰ্য্যটন কৰি অহা কাললৈকে শিৰোমণি ভূঞাৰ পৰিয়াল ঘোৰ শাক্ত আছিল, আৰু শক্তিপূজাৰ প্ৰতি এনে আসক্তি থকা বাবেই শঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষ চণ্ডীবৰৰ আন নাম আছিল দেৱীদাস। ছুটিয়াসকলৰ পূজা-পদ্ধতিৰ সম্পৰ্কে ছাৰ এডৱাৰ্ড গেইটৰ অসম-বুৰঞ্জীৰ এছোৱাৰ ভাঙনি দিয়া হল (৬)

'ছুটিয়াসকলৰ ধৰ্ম্ম এক অদ্ভুত ধৰণৰ আছিল। তেওঁলোকৰ নিজ পুৰোহিত দেউৰীসকলৰ সহায়েৰে, বামুণৰ সহায়ত নহয়, তেওঁলোকে কালী

ছুটিয়াৰ 'কেচাইখাতীৰ' পূজা আৰু নৰ-বলি

ৰ 'কেচাইখাতীৰ' গোসানীৰ ভিন্ ভিন্ মূৰ্ত্তিৰ পূজা কৰিছিল। তাৰ ভিতৰত "কেচাইখাতী" গোসানীৰ সেৱা বৰ সৰবৰহী আছিল, আৰু তেওঁৰ আগত মানুহ বলি দিয়া হৈছিল। আহোমসকলে তেওঁলোকক পৰাজয় কৰাৰ পাছতো, দেউৰীসকলক এই জঘন্য ৰীতি চলাই থাকিবলৈ দিয়া হৈছিল ; কিন্তু প্ৰাণদণ্ডৰ আদেশ পোৱাৰ নিচিনা অপৰাধী লোককহে বলি হবলৈ দিয়া হৈছিল। এনে লোক নাপালে এটা বিশেষ ফৈদৰপৰা বলি হবলৈ মানুহ বাছি নিয়া হৈছিল ; এনে ফৈদে স্বভাৱতে কিছুমান সুবিধা পাইছিল। গোসানীয়ে খাই জুতি পাবলৈ বুলি বলি হব লগা মানুহবিলাকক ভালকৈ খুৱাই-বুৱাই নোদোকা

(৬) Vide 'A History of Assam' by Sir E.A. Gait, (Revised) Second Edition, P. 42.

-কৰি সময়ত শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰ বা আন ঠাইৰ তেনে মন্দিৰত সিইঁতক বলি কটা হৈছিল। ত্ৰিপুৰা. কছাৰী, কোচ, জয়ন্তিয়া, [ খাছিয়া ] আৰু আন আন আদিম জাতিৰ মাজতো এই মানুহ-বলি দিয়া প্ৰথা আছিল। গতিকে তান্ত্ৰিক সম্প্ৰদায়ৰ হিন্দুসকলে এই আদিম জাতিবোৰক সাদৰি সামৰি লোৱাৰ কাৰণ এতিয়া সহজে বুজিব পাৰি ; ভাৰতবৰ্ষৰ এই চুকতেই প্ৰকৃততে তান্ত্ৰিক হিন্দুধৰ্ম্মই জন্ম পায় বুলি অনেক পণ্ডিতৰ বিশ্বাস।'

ছাৰ গেইটে আৰু এঠাইত এই প্ৰসঙ্গত কৈছে, 'এই কালত [ শঙ্কৰ-দেৱৰ আবিৰ্ভাৱৰ আগত ] শক্তি-পূজাই ভাৰতবৰ্ষৰ এই চুকত হিন্দু ধৰ্ম্মৰ তান্ত্ৰিক শাক্তধৰ্ম্মৰ ঘাই গঢ় লৈছিল ; [ অসমত ] এই শাক্তধৰ্ম্মৰ জন্মস্থান জন্মস্থানৰূপে অসম বুলি প্ৰকৃততে অনেক পণ্ডিতে বিশ্বাস কৰে। শাক্ত পন্থাৱলম্বীসকলে তন্ত্ৰবোৰকে তেওঁলোকৰ ৰীতি-নীতিৰ ভেটি পাতে ; এই তন্ত্ৰবোৰত শিৱ আৰু তেওঁৰ ঘৈণীয়েক পাৰ্ব্বতীৰ ভিতৰত চলা কথোপকথনৰূপে নানা পূজা সেৱা, উপাসনা আৰু মন্ত্ৰ আদিৰ বিধান দিয়া আছে। মূৰ্ত্তিমান কামস্বৰূপে প্ৰকটিত হোৱা প্ৰকৃতিৰ জনন-শক্তিৰ আধাৰ স্বৰূপ স্ত্ৰী-যোনীৰ পূজাই ইয়াৰ মূল ভাব। এই ধৰ্ম্ম বলিৰ তেজেৰে বাওলি, আৰু নৰ-মনিছো তেনে বলিৰ শাৰীৰপৰা বাদ নপৰিছিল। কালিকা পুৰাণত কৈছে বোলে নিষ্কলঙ্ক চৰিত্ৰৰ লোকেই গোসানীৰ আগত বলি দিবৰ বাবে অতি উপযোগী ; আৰু এই বলি কামাখ্যা মন্দিৰ কিদৰে কাটিব লাগে, তাত বিশদভাৱে বৰ্ণোৱা আছে। দুকলি বৰৈ ৩ ১৪০টা। কামাখ্যা মন্দিৰ দুকলি কৰোঁতে ১৪০টা মানুহ মানুহ-বলি বলি দি সেই উৎসৱ পালন কৰা হৈছিল, আৰু তামৰ পাত্ৰত গোসানীৰ আগলৈ সেই কটামূৰবোৰ আগবঢ়োৱা হৈছিল। নানান আদিম নিবাসী জাতিয়েও এইদৰে মানুহ বলি দিছিল।' (৭)

মন্ত্ৰ আৰু যাদুবিদ্যাৰ ঠাই বুলি কামৰূপৰ আজিও সেই নাম আছে। ছুটিয়া আদি অনাৰ্য্য জাতিৰ কুসংস্কাৰ আৰু কু আচাৰৰ লগতে পতনমুখী পঞ্জাব আদি ... বৌদ্ধধৰ্ম্মৰো এই নতুন তান্ত্ৰিক ধৰ্ম্ম-গঠনত কিবা বিভিন্ন ... ভাগ থাকিব পাৰে বুলি অনেকে বিশ্বাস কৰে। মন্ত্ৰৰ জন্ম মূঠতে, যেনেকৈয়ে হওক, কামৰূপেই এই তান্ত্ৰিক

(৭) Vide 'A History of Assam' by Sir E. A. Gait. (Revised) Edition P. 58.

শাক্তধৰ্ম্মৰ জন্মস্থান হোৱা কথা কোনো প্ৰকাৰেই অসম্ভৱ যেন নালাগে। এই কামৰূপৰ মন্ত্ৰই এই ভাষাৰেই ভাৰতৰ নানা ঠাইত, বিহাৰ, যুক্ত-প্ৰদেশ, আন নালাগে, সুদূৰ পঞ্জাৱলৈকে আজিও চলা কথায়ো সেই বিশ্বাস আৰু ডাঠ কৰে। (৮)

**বিশ্বসিংহ আৰু নৰনাৰায়ণৰ ৰাজত্বৰ আগচোৱা কালত শক্তিপূজাৰ প্ৰাধান্য**

দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুতেক ইন্দ্ৰনাৰায়ণৰ ৰাজত্বৰ পাছত চতুৰ্দ্দশ শতিকাত খেনবংশী ৰজাসকলে ৰাজত্ব কৰে, আৰু এই বংশৰ শেষ ৰজা নীলাম্বৰ ১৪৯৮ খ্ৰীঃত হুছেন শ্বাহৰ হাতত পৰাজিত হয়। ইয়াৰ পাছত বহুত কাল কমতাপুৰত কোনো ডাঙৰ ৰজা নাছিল। শেষত কৰতোয়া আৰু বৰনদীৰ মাজৰ সকলো সৰু ৰজাক হৰুৱাই ১৫১৫ খ্ৰীঃত হাৰিয়া মণ্ডলৰ পুতেক বিশু সেই গোটেই অঞ্চলৰ ৰজা হয়। ছাৰ গেইটে কবৰ দৰে 'স্বভাৱতে বামুণসকলে তেওঁক বিচাৰি উলিয়ালে', আৰু হাৰিয়া মণ্ডলৰূপী শিৱৰ ঔৰসত জিৰাৰূপী পাৰ্ব্বতীৰ গৰ্ভত জন্ম বুলি বিশুক ঈশ্বৰৰ অংশজাত পাতিলে। হিন্দু হৈ বিশুৱে বিশ্বসিংহ নাম ললে, আৰু শিৱ আৰু দুৰ্গাৰ পৰম ভক্ত হল। এওঁৱেই নীলাচল পৰ্ব্বতৰ কামাখ্যা মন্দিৰ নকৈ সজাই, আৰু কনৌজ, কাশী আদি তেতিয়াৰ পৱিত্ৰ শিক্ষাকেন্দ্ৰবোৰৰপৰা বামুণ অনাই, কামাখ্যা গোসানীৰ পূজা নতুন বেগেৰে চলায়। এওঁৰ উৎসাহতে শঙ্কৰদেৱৰ সমসাময়িক বা সামান্য পূৰ্ব্ববৰ্ত্তী অনা-বৈষ্ণৱ কবি দুৰ্গাবৰে ৰামায়ণ আৰু পদ্মপুৰাণৰ বেহুলা আদি গীত ৰচে। বিশ্বসিংহৰ পিছত তেওঁৰ পুতেক নৰনাৰায়ণ ১৫৪০ খ্ৰীঃত ৰাজপাটত উঠে। এৱো শক্তিপূজাৰ ঘোৰ পৃষ্ঠপোষক আছিল, আৰু কালাপাহাৰে ভঙা কামাখ্যা মন্দিৰ ১৫৬৫ত ভাল কৰাই, বঙ্গদেশৰ পৰা বামুণ আনি পূজা-পাতল চলোৱায়।

**মুছলমান বুৰঞ্জীত অসমৰ 'ভোগী' আৰু অঘনা যাদুবিদ্যাৰ উল্লেখ**

অসমৰ এই কালৰ ধৰ্ম্ম আৰু সমাজৰ অৱস্থা সম্পৰ্কে ছাৰ গেইটৰ অসম বুৰঞ্জীৰ কথা অলপ আগতে তুলি দিয়া হৈছে। সমসামযিক মুছলমান বুৰঞ্জী-লেখকৰ বৰ্ণনায়ো এই কালৰ অসমীয়া সমাজৰ আৰু ধৰ্ম্মৰ ওপৰত একো ছাটি পোহৰ পেলায়। "হাফ্ট ইক্লিমৰ মতে কামৰূপত সেই কালত" 'ভোগী' বুলি এশ্ৰেণী মানুহ আছিল ইহঁতে নিজ

(৮) জমিদাৰ শ্ৰীযুত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ 'অসম সাহিত্যসভাৰ' সভাপতিৰ অভিভাষণ' চাওক।

ইচ্ছাৰে গহ্বৰবাসিনী আই গোসানীৰ বলি হৈছিল। গোসানীৰ ডাক পাইছে বোলা দিনৰেপৰা সিহঁতক সুবিধা-ভোগীৰূপে আচৰণ কৰা হয়। সিহঁতে যি ইচ্ছা তাকে কৰিব পাৰিছিল, আৰু প্ৰতি তিৰুতাই সিহঁতৰ ইচ্ছাধীন আছিল। পিছত বাৰ্ষিক উৎসৱত সিহঁতক বলি দিয়া হৈছিল। মাতৃবিদ্যাও সৰ্ব্বসাধাৰণৰ বিবেচনাত লেখৰ কথা আছিল, আৰু 'আইন্ ই-আকবৰী' পুথিত আন আন বিভৎস ৰীতিৰ ভিতৰত দহমহীয়া গৰ্ভৱতী তিৰুতাৰ গৰ্ভ চিৰি ভ্ৰূণ পৰীক্ষা কৰাৰ কথাও পোৱা হয়।" (১)

ভাৰতবৰ্ষত আৰ্য্যবিস্তাৰৰ আগছোৱা কালতে অসমলৈ বামুণ আৰু ঘাইকৈ কলিতাসকল আহিছিল, এই বিষয়ে পণ্ডিতসকল প্ৰায় একমত।

**গুৰুচৰিত আদিৰ পোহৰত সাময়িক ধৰ্ম্ম আৰু সমাজ**

কিন্তু এওঁলোকৰ লেখ যে বৰ সৰহ নাছিল, আৰু সৰহীয়া আদিম অধিবাসীসকল যে অনাৰ্য্য আৰু ভূত-প্ৰেত, ডাকিনী-যোগিনী, জলশাই, থলশাই আদিৰ পূজক আছিল, এইটোও সহজে অনুমান কৰিব পাৰি। দ্বিজ ৰমানন্দৰ গুৰু চৰিত আদি পুথিয়ে এই বিশ্বাস আৰু ডাঠ কৰে। শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ পূৰ্ব্বে আৰ্য্যধৰ্ম্মই এনে বহুত আদিম অনাৰ্য্য অধিবাসীৰ অপধৰ্ম্ম আৰু অপদেৱতাৰ পূজা-সেৱাৰ কুসংস্কাৰ আদিৰে মিহলি হৈ এক বিভৎস হিন্দু ধৰ্ম্মৰ ৰূপ ধাৰণ কৰাৰ কথাত কোনো সন্দেহ নাই। অসম-বুৰঞ্জী লেখক ছাৰ এড্ৱাৰ্ড গেইটে কবৰ দৰে 'এনে [ নৃশংস ] ৰীতি অনিৰ্দ্দিষ্ট কাললৈ চলি থাকিবলৈ দিয়া অসম্ভৱ বুলিয়ে শ্ৰীশঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ আন্দোলনে নৰনাৰায়ণৰ ৰাজত্বক সৌভাগ্যমণ্ডিত কৰি তোলে।'

## ৩। অসমত নৱ-বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰ

তান্ত্ৰিক ধৰ্ম্মৰ জন্মস্থান, আৰু কিম্বদন্তিয়ে ঢুকি পোৱা কালৰেপৰা শক্তিপূজাৰ অভেদ্য দুৰ্গ অসম, বৌদ্ধ ধৰ্ম্মৰ দৰে বিশ্ব-বিশ্ৰুত ধৰ্ম্মৰ আৰু

**শঙ্কৰদেৱৰ "পূৰ্ব্ব-নিমিত্ত"**

শঙ্কৰাচাৰ্য্যৰ মায়াবাদৰ বাবেও প্ৰমাণ স্বৰূপ আছিল; কিন্তু ইয়াক ভেদ কৰিলে সেই দুৰ্গৰ অন্তৰৰ পৰাই, ঘোৰ শাক্ত পৰিয়ালত (১৪৪৯ খ্ৰীঃ) জন্মগ্ৰহণ কৰি শঙ্কৰদেৱে। মহান্ বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ অভিপ্ৰায়ে দেৱতাসকলে চক্ৰ কৰি গৌতমক চাৰিটা

(১) Vide 'A History of Assam' by Sir E. A. Gait. (Revised) Edition, P. 58.

"পূৰ্ব্বনিমিত্ত" দেখুৱাবৰ দৰে, কেবাটাও ঘটনাই শঙ্কৰদেৱৰ মন স্বভাৱতে একশৰণ নিৰ্ম্মল ভাগৱতী ধৰ্ম্মৰ ফালে ঢাল খুৱায়। জন্মৰ তিনদিনৰ দিনা তেওঁৰ মাক ঢুকায়; মাউৰা লৰাৰ মনৰ স্বাভাৱিক বিমৰ্ষ অৱস্থাৰ লগতে কিবা নজনা কাৰণত শঙ্কৰক সংসাৰৰ প্ৰতি বীতৰাগ দেখি, পিতাক কুসুম্বৰ আৰু বুঢ়ীমাক খেৰসুতীয়ে সূৰ্য্যৱতী নামে এটী কন্যাৰ লগত ২৩ বছৰ বয়সত শঙ্কৰক বিয়া পাতি দিয়ে। এই বিয়াৰ অলপ কালৰ পিছতে পিতাক ঢুকায় আৰু এটী কন্যা সন্তান জন্ম দিয়েই তেওঁৰ ঘৈণীযেকৰো মৃত্যু হয়। এনেবোৰ ঘটনাই শঙ্কৰদেৱৰ মনৰ বিষাদ-ভাৱৰ আৰু ডাঠ কৰিলে; মাউৰী ছোৱালীটী ডাঙৰ-দীঘল কৰি হৰি নামে ডেকা এটিত বিয়া দি, ১৪৮৩ খ্ৰীঃত বাৰ বছৰৰ তীৰ্থপৰ্য্যটনৰ বাবে শঙ্কৰদেৱ ঘৰৰ বাহিৰ হয়।

এই যুগব্যাপী তীৰ্থভ্ৰমণেই শঙ্কৰদেৱৰ মনত নৱ-বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ গুটি সিঁচে। তেওঁ গঙ্গা, গয়া, পুৰী, বৃন্দাবন, মথুৰা, দ্বাৰকা, কাশী, প্ৰয়াগ, সীতাকুণ্ড, বৰাহকুণ্ড আৰু অযোধ্যা, বদৰিকা-শ্ৰম আদি ভাৰতৰ প্ৰায় তীৰ্থ দৰ্শন কৰে। বৃন্দাবনত শঙ্কৰদেৱে তৰ্কত কেবাজনো স্থানীয় পণ্ডিতক পৰাস্ত কৰে আৰু বদৰিকা-শ্ৰমত "মন মেৰি ৰাম চৰণেহি লাগু" বুলি অনুপম বৰগীতটি ৰচনা কৰে: তীৰ্থভ্ৰমণ প্ৰসঙ্গতে কেবা ঠাইৰো কেবাজনো লোকক একশৰণ ধৰ্ম্মত দীক্ষিত কৰা কথাও এজন চৰিত-লেখকে লিখিছে বুলি আগতে কৈ অহা হৈছে। তীৰ্থৰপৰা ঘূৰি আহি জ্ঞাতি ভূঞাসকলক বৈকুণ্ঠৰ দৃশ্য দেখুৱাবলৈ বুলি তেওঁ নিজ হাতে চিত্ৰ পট আঁকি আৰু নিজ নিৰ্দ্দেশমতে খোল আদি বাদ্য কৰাই "চিহ্ন" নামে 'যাত্ৰা' কৰে। তাৰ পাছত শঙ্কৰদেৱৰ নিজ গুৰু মহেন্দ্ৰ কন্দলি, পুৰোহিত ৰাম ৰাম গুৰু আদিয়ে তেওঁত শৰণ পশাৰ কথা প্ৰায় সমসাময়িক চৰিত লেখক মাধৱদেৱৰ ভাগিনেক ৰামচৰণ ঠাকুৰৰ চৰিতত স্পষ্টকৈ লিখা আছে। এই প্ৰসঙ্গত এৰাতিৰ ভিতৰতে শঙ্কৰদেৱে শৰণৰ বাবে "উদ্ধৱ সম্বাদ" ৰচনা কৰা, ৰামৰাম গুৰুৰ স্বপ্নাদেশ কথা, আৰু বামুণসকলে যে শঙ্কৰদেৱক ঈশ্বৰ অৱতাৰ জ্ঞান কৰিহে শৰণ লৈছিল, ইত্যাদি সকলো স্পষ্ট আছে। (১০)

**নিৰ্ম্মল ধৰ্ম্ম প্ৰচাৰৰ প্ৰথম চেষ্টা**

(১০) ৺ৰামচৰণ ঠাকুৰৰ 'শঙ্কৰ চৰিত'ৰ ১৪৩৬—১৪৮৪ পদ চাওক।

শঙ্কৰদেৱ সকৰেপৰা "গহীন গম্ভীৰ ধীৰমতি" আছিল। ধৰ্ম্মৰ নামত অধৰ্ম্মই তাণ্ডৱ নৃত্য কৰি সমাজক সকলো প্ৰকাৰে অধোগামী কৰা দেখি তেওঁৰ মন ব্যাকুল হৈছিল। তীৰ্থৰপৰা উলটি অহাত ভূঞাসকলে তেওঁক তেওঁলোকৰ ঘাই পদ যাচিলে; কিন্তু শঙ্কৰদেৱে সেই ৰাজপদ গ্ৰহণ নকৰি বিপদসঙ্কুল ধৰ্ম্মপ্ৰচাৰকৰ জীৱনকে বাছি ললে। ব্যভিচাৰপূৰ্ণ সাময়িক তান্ত্ৰিক ধৰ্ম্মই সমাজৰ যি দুৰ্গতি সাধিলে, তাৰ প্ৰতিকাৰ কৰিবৰ বাবে গীতাৰ নিৰ্ম্মল একশৰণ ধৰ্ম্ম অতি উপযোগী যেন বোধ হল। তেওঁৰ মনত তেতিয়াও যি শঙ্কা-দ্বিধা আছিল, ত্ৰিহুটৰ জগদীশ মিশ্ৰৰপৰা আচৰিত উপায়ে পোৱা শ্ৰীমদ্ভাগৱত শাস্ত্ৰই তাকো দূৰ কৰিলে; আৰু ভক্তিবাদ তেওঁৰ মনত দৃঢ় হল। তদুপৰি তেওঁ তীৰ্থভ্ৰমণ কালত তেতিয়াৰ সদ্যবিকশিত নৱ-বৈষ্ণৱ ধৰ্ম্মৰ কেন্দ্ৰবোৰ ফুৰি, দ্বাদশ শতিকাত দখিণ ভাৰতত উদিত ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ আৰু আলোৱাৰসকলৰ ধৰ্ম্ম-আচৰণৰ প্ৰণালী নামধৰ্ম্মৰ লগত সুপৰিচিত হৈ আহে। ৰামানুজৰ এই বিশিষ্টাদ্বৈতবাদ মতে, ব্ৰহ্ম সূৰ্য্য আৰু জীৱ কিৰণ স্বৰূপ; গতিকে ঈশ্বৰ গৰাকি, আমি তেওঁৰ দাস,- এই দাস্যভাৱৰ লগত শঙ্কৰদেৱৰ মতৰ সম্পূৰ্ণ সঙ্গতি আছে। কিন্তু শঙ্কৰদেৱৰ পৰবৰ্ত্তী চৈতন্যদেৱৰ মধুৰ বা শৃঙ্গাৰ ভাৱত বিশিষ্টাদ্বৈতবাদৰ লগত সঙ্গতি নাথাকে এই বুলিয়ে যে, স্বামী-স্ত্ৰী ভাৱত দুইৰো সমকক্ষতা অৰ্থাৎ ব্ৰহ্ম আৰু জীৱৰ সমতা মানিব লগা হয়।

একশৰণ, ভক্তিবাদ, নামধৰ্ম্ম, দাস্যভাৱ

শঙ্কৰদেৱে দেখিলে যে সুখ আৰু মুক্তিৰ মৰীচিকা দেখুৱাই নানান দেৱ-দেৱীৰ পূজাৰ মায়াজালত পেলোৱা সৰ্ব্বসাধাৰণক উদ্ধাৰ কৰিবৰ একমাত্ৰ উপায়, সেই বহুমুখী পূজা-সৱাক সৰ্ব্বমুক্তি-দাতা শ্ৰীকৃষ্ণৰ নিৰ্ম্মল ভক্তিলৈ আনি তাক একমুখী কৰা। সেইদেখি ইয়াকে তেওঁৰ প্ৰচাৰিত ধৰ্ম্মৰ প্ৰথম থাপ পাতি তেওঁ ঘোষণা কৰিলে,"অন্য দেৱী-দেৱ, নকৰিবা সেৱ, গৃহো নপশিবা তাৰ। মূৰ্ত্তিকো নাচাইবা, প্ৰসাদো নাখাইবা, ভক্তি হৈবে ব্যভিচাৰ।" কছাৰীৰ উপদ্ৰৱত শঙ্কৰদেৱে নিজ জন্মস্থান বৰদোৱা এৰি নগাঁৱৰে গাংমৌ আৰু তাৰ পাছত ধুঁৱাহাটলৈ যায়, তাতে ১৫২২ খ্ৰীঃ মানত মাধৱদেৱৰ (১৪৮৯—১৫৯৬) লগত তেওঁৰ প্ৰথম সাক্ষাৎ আৰু ধৰ্ম্ম সম্পৰ্কে তৰ্কবাদ হয়। মহাভিমানী বিচক্ষণ পণ্ডিত ঘোৰ শাক্ত মাধৱদেৱক শাস্ত্ৰৰ তৰ্কত শঙ্কৰদেৱে একোপধ্যেই

একশৰণ মাহাত্ম্য

জিনিব পৰা নাই ; কিন্তু শেষত শঙ্কৰদেৱে যেতিয়া একশৰণ ধৰ্ম্মসূচক ভাগৱতৰ প্ৰধান শ্লোক এটি মাতিলে, মাধৱদেৱে ততালিকে শঙ্কৰত শৰণ পশিলে, আৰু তেতিয়াৰপৰা চিৰকাল তেওঁ বৈষ্ণৱ ধৰ্ম্মৰ পৰম ভক্ত হৈ ৰল। সেই শ্লোকৰ মৰ্ম্মকথা দৈত্যাৰিৰ ভাষাৰে—

"বৃক্ষৰ মূলত যেন দিলে আনি জল। হোৱয় তৃপিতি ডাল পাত পুষ্প ফল॥
ডালে পাতে সিঞ্চে যদি মূলত নেদয়। যাক দেই তাহাৰো তৃপিতি নাহিকয়॥
ক্ষুধাতুৰ নৰে যদি অন্নক ভুঞ্জয়। হোৱয় তৃপিতি তাৰ যত ইন্দ্ৰিচয়॥
ভোজন নকৰি পিন্ধে নানান ভূষণ। নুহিকে তৃপিতি তাৰ যত ইন্দ্ৰিগণ॥
সেহিমতে অচ্যুতক যিজনে পূজয়। সবে দেৱগণে তাত তৃপিতি হোৱয়॥
কৃষ্ণক নুপূজি যিটো পূজে দেৱগণ। একো দেৱ তাত নুহিকয় তুষ্ট মন॥"
(শঙ্কৰ-চৰিত)।

শ্ৰীমাধৱদেৱৰ ভাষাৰে—

"হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য
ইন্দ্ৰ আদি যত দেৱঝাক।" (নামঘোষা)

"একখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ, দৈবকী তনয়ে কৈলা যাক,
দেৱ এক মাত্ৰ দৈৱকী দেৱীৰ সুত।
দৈৱকী পুত্ৰৰ পদ-সেৱা কৰ্ম্ম এহি মান মাত্ৰ জানা,
মন্ত্ৰ এক তান নাম মহা অদভূত॥"

গীতা উপনিষদৰ একশৰণ ধৰ্ম্মই যেনেকৈ অনেক শতাব্দীৰ সংশয় আৰু শঙ্কাৰ হেঁচা একৰাই এইদৰে শঙ্কৰদেৱৰ নৱ-বৈষ্ণৱ ধৰ্ম্মৰ ভিতৰেদি উশাহ লৈছেহি, শ্ৰীমদ্ভাগৱতৰ সুতীব্ৰ ভক্তিবাদে সেইদৰে সেই শঙ্কৰদেৱৰ একশৰণ ধৰ্ম্মক অতি সৰস আৰু বিনয়-মধুৰ কৰি তুলিছে। বহুমুখী দেৱ-দেৱীৰ পূজাৰ পৰা মানুহৰ মন এক কৃষ্ণৰ উপাসনালৈ ঢাল খুউৱাৰ লগে লগে, ভাৰতবৰ্ষৰ সেই কালৰ সকলো ধৰ্ম্ম-প্ৰচাৰকৰ দৰে, শঙ্কৰদেৱেও অতিৰিক্ত পূজা-পাতল গুচাই, তাৰ ঠাইত অকল ভক্তিবাদ থাপনা কৰিলে। পুৰুষোত্তম গজপতিৰ "দীপিকা-ছন্দত" আছে—

ভক্তিবাদ-গৰিমা

"বহুবিধ কৰ্ম্ম বহি আছে ধৰ্ম্মচয়। লোভাবিষ্ট হুয়া লোক তাহাত পৰয়॥
নিশ্চয় বেদৰ তত্ত্ব হৰিভক্তিসাৰ। ঋষিসৱে নানা ফল লোভ দিয়া তাৰ॥
অজ্ঞানী প্ৰাণীক সব কৰিয়া উন্মত্ত। তাহাত পৰিয়া কৰে তাহাতেসে ৰত॥"

এই "কৰ্ম্ম" অৰ্থাৎ ক্ৰিয়া-কাণ্ডৰ অসাৰ্থকতা সম্পৰ্কে মাধৱদেৱে লিখিছে—

"কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্তে হৰি
অতিশয় দূৰ হোন্ত তাৰ।" (নামঘোষা)

প্ৰতিমাপূজাৰ অসাৰতা

ভক্তিবাদ প্ৰচাৰৰ লগতে প্ৰতিমা পূজাৰো অসাৰতা শঙ্কৰদেৱে প্ৰতিপন্ন কৰিছিল—

"তীৰ্থ বুলি কৰে জলত শুদ্ধি। প্ৰতিমাত কৰে দেৱতা বুদ্ধি॥
বৈষ্ণৱত নাই ঈসৱ মতি। গৰুতো অধম, কৃষ্ণ বদতি॥"

মাধৱদেৱেও লিখিছে—

"অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক,
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাহা,
ৰাম বুলি শুদ্ধ কৰা মন॥"

এই সম্পৰ্কে শঙ্কৰচৰিতত এটি কাহিনী বৰ্ণোৱা আছে। শঙ্কৰদেৱৰ ধৰ্ম্ম-প্ৰচাৰৰ আগছোৱা কালত কিছুমান বিদ্বেষী বামুণে বৈষ্ণৱসকলৰ ডিঙিৰ মালা বলেৰে সোলোকাই নি কুকুৰৰ ডিঙিত পিন্ধাই তেওঁলোকক নানা অত্যাচাৰ কৰিছিল। তেওঁলোকক এটা শিকনি দিবৰ মনেৰে শঙ্কৰে জগন্নাথৰ কাঠৰ মূৰ্ত্তি এটা প্ৰতিষ্ঠা কৰিবলৈ বামুণসকলক মাতিলে। অমান্তি হোৱা যেন দেখি শঙ্কৰদেৱে তেওঁলোকক সৰহীয়া দক্ষিণা দিব বুলি কলে, আৰু তেতিয়া বামুণসকল সেই মূৰ্ত্তি পূজা কৰিবলৈ আহিল। শঙ্কৰেৰ মূৰ্ত্তিপূজা সম্পৰ্কে শাস্ত্ৰৰ তৰ্ক তৰিলে, আৰু মূৰ্ত্তি-পূজাৰ পক্ষপাতী বামুণসকল তৰ্কত তেনেই ঘাটিল। পাছত এইটোৱেই থিৰ হল যে অনেক কাল শিল, মাটি পানী আদি পূজিও শেহত অন্তৰ পবিত্ৰ হবগৈ পাৰে, কিন্তু ভক্তৰ দৰ্শনে মুহূৰ্ত্ততে লোকৰ হিয়া নিৰ্ম্মল কৰে; গতিকে পবিত্ৰকাৰীৰূপে সেই মূৰ্ত্তি আদিতকৈ ভক্ত শ্ৰেষ্ঠ। বিদ্বেষীসকল তেতিয়া জোকৰ মুখত চূণ পৰাৰ দৰে হল।

অতিৰিক্ত ক্ৰিয়া কাণ্ড আৰু তন্ত্ৰ-মন্ত্ৰৰ ঠাইত, দখিণ ভাৰতৰ নৱ-বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰক আলোৱাৰসকলৰ দৰেই শঙ্কৰদেৱে নামধৰ্ম্ম

নামধৰ্ম্ম মহিমা

স্থাপনা কৰিলে। ইয়াৰ বাবে কোনো মধ্যস্থতা বা

আড়ম্বৰ আৱশ্যক নকৰে ; আটায়ে ইয়াক সহজে অভ্যাস আৰু পালন কৰিব পাৰে। "হৰি নামে নাহিকে নিয়ম অধিকাৰী।" (৫০১) "হৰি নাম কীৰ্ত্তনত, নাহি কাল দেশ পাত্ৰ, নিযম সংযম একো বিধি।" (২৯, নাঃ ঘোঃ)। ধৰ্ম্মৰ ৰজা স্বৰূপ ই, নিয়মত যেনে সহজ, গুণতো তেনে কাজুৱা। "কীৰ্ত্তনৰ" "নামাপৰাধাত" নামধৰ্ম্মৰ সাতোটি ফলৰ কথা কৈছে—"প্ৰথমে দহিবে পাতকচয়। কৰিবে মহা পুণ্য অভ্যুদয়॥ কৰাবে বিষযত বিৰকতি। কৃষ্ণত বাঢ়িবে প্ৰেম-ভকতি॥ উপজাইবে অতি বৈষ্ণৱ জ্ঞান। মায়াক কৰিবে দহি নিৰ্য্যান॥ চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি। থৈবেক তেন্তে এৰে এক কৰি॥" (৬৫-৬৬)। শ্ৰীমদ্ভাগৱতত যি ন বিধ ভক্তিৰ উল্লেখ কৰিছে, 'কীৰ্ত্তন'ৰ 'প্ৰহ্লাদ চৰিত্ৰৰ' ভাষাৰে—

"শ্ৰৱণ কীৰ্ত্তন, স্মৰণ বিষ্ণুৰ, অৰ্চ্চন পদসেৱন।
দাস্য সখিত্ব, বন্দন বিষ্ণুত, কৰিব দেহ অৰ্পণ॥" ৩৪১

নামধৰ্ম্মতে যে এই ন বিধ ভক্তিৰ সমাবেশ ঘটিছে, তাক অলপ ভাবি চালেই গম ধৰিব পাৰি। এই নামধৰ্ম্মৰ প্ৰাধান্যসূচক মাধৱদেৱৰ বিতোপন ঘোষাই নামুৱায় হে নামুৱায়! "বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ। ইহাৰ উত্তম ফল হৰি নাম মাত্ৰ॥" ৫৭৩।

"বেদৰ বিহিত যত আছে ধৰ্ম্ম সংসাৰত,
সবে হৰি নামৰ কিঙ্কৰ।" ১০৩।

"সকল নিগম লতা, তাৰ অবিনাশী ফল
কৃষ্ণ নাম চৈতন্য স্বৰূপ।" ৮।

"সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ, দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই, আউৰ নাহিকে দুজা॥"
"মাধৱৰ নাম, বৎসপ্ৰায় ভৈল, ভক্তে তাক লৈযা যান্ত।
বেদৰ ঈশ্বৰ, হৰি ধেনু যেন, তাৰ পাছে পাছে ধান্ত॥৩৬৪
সকল নিগম, কল্পতৰু তাৰ, ফল মহাভাগৱত।
সেহি ফল ৰস, হৰিগুণ-যশ, পিয়োক সাধু সঙ্গত॥"৪০৩।

উত্তৰ ভাৰতৰ নৱ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰৱৰ্ত্তকসকলৰ ৰাম বা কৃষ্ণভক্তিৰ লগত এগৰাকী নহয় এগাৰাকী তিৰুতাৰ সম্পৰ্ক আছিল। ৰামানন্দ আৰু তুলসী দাসৰ উপাস্য দেৱতা ৰামৰ লগত সীতাৰ, মাৰাঠা বৈষ্ণৱধৰ্ম্মত

দাস্যভাৱৰ বিকাশ

কৃষ্ণৰ লগত ৰুক্মিণীৰ আৰু বল্লভাচাৰ্য্য আদিয়ে কৃষ্ণৰ লগত ৰাধাৰ নাম যোগ কৰি লৈছিল; তাৰ ফলত আজি-কালিৰ বৈষ্ণৱ লেখকসকলে সেইবোৰ ঠাইৰ বৈষ্ণৱ ধৰ্ম্মৰ অৱনতি আৰু পতনৰ বাবে অনুতাপ কৰিব লগা হৈছে। শঙ্কৰদেৱৰ এইটো পৰম দিব্য দৃষ্টি আৰু অসমৰ পক্ষে পৰম সৌভাগ্যৰ কথা যে, গীতা-ভাগৱতৰ একশৰণ-ভক্তিবাদৰ আৰু দ্বাদশ শতিকাৰ নৱ-বৈষ্ণৱ ধৰ্ম্মৰ মূল প্ৰবৰ্ত্তক ৰামানুজৰ বিশিষ্টাদ্বৈতবাদৰপৰা তিলমানো আঁতৰি নগৈ স্ত্ৰীসম্পৰ্কহীন কৃষ্ণ-সেৱা আৰু ঈশ্বৰ আৰু জীৱৰ প্ৰভু-ভৃত্য সম্পৰ্কসূচক দাস্যভক্তি মাত্ৰ প্ৰচাৰ কৰিলে; ইয়াৰ ফলত অসমৰ নিৰ্ম্মল ভাগৱতী ধৰ্ম্ম চিৰকাল নিৰ্ম্মল নিষ্কলঙ্ক হৈয়ে আছে আৰু থাকিব। কৃষ্ণৰ নামৰ লগত ৰাম বা বিষ্ণুৰ নামো মাজে-সময়ে পোৱা হয়; কিন্তু সিও ব্ৰহ্মৰ বিভিন্ন প্ৰকাশ বুলিহে। "ধ্যানবৰ্ণনত" কৃষ্ণৰ কাষত কমলা বা লক্ষ্মী আছে, কিন্তু তেওঁ তাত আৰাধ্যা বা উপাস্যা নহয়; সাধাৰণ সেৱক-সেৱিকাৰ দৰে, তাতো কৃষ্ণক "উপাসন্ত লক্ষ্মী জগত-মাৱে।" স্বামী-স্ত্ৰী ভাব যিমানেই মধুৰ হওক, শষ্য-আকৰ্ষণৰ বাবে ই যিমানেই সহজ উপায় হওক, ই যে অচিৰে ব্যভিচাৰী ধৰ্ম্মত পৰিণত হব, তাক জানিযে শঙ্কৰদেৱে নিৰহ-নিপানী দাস্যভাবকে তেওঁৰ প্ৰচাৰিত ধৰ্ম্মৰ বাবে বাছি লৈছিল। কিন্তু এই প্ৰভু-ভৃত্য সম্পৰ্ক যে কিমান অন্তৰঙ্গ হব পাৰে, তাক কিছুমান বৰগীত আৰু "নামঘোষা"ই সুন্দৰকৈ দেখুৱাব পাৰে—

"নাম ধন দিয়া মোৰে কিনা বনমালী।
দাস পাই নলৱা কমন ঠাকুৰালী॥ ৫৪০
নিজ দাস কৰি হৰি মোক কিনা কিনা।
আন ধন নলাগয় নাম ধন বিনা॥" ৫৪১

ইযাত "মোক কিনা কিনা" বাক্যটিয়ে ভক্তিৰ কি তীব্ৰতা প্ৰকাশ কৰিছে!

জাতিগত বিদ্বেষ-হীনতা

কিছুমান ওপৰচকুৱা আৰু স্বাৰ্থান্বেষী লোকে শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত অসম বৈষ্ণৱ ধৰ্ম্মৰ আন্দোলন বামুণ সম্প্ৰদায়ৰ বিৰুদ্ধে ৰণভেৰী বুলি নিজক আৰু লোকক ভুৱা দিব খোজে। নৱ-বৈষ্ণৱ ধৰ্ম্মৰ প্ৰথম বিকাশ উত্তৰ ভাৰতৰপৰা গৈ দখিণ

ভাৰতত প্ৰচাৰকবোঁতা আলোৱাৰসকলৰ ভিতৰত আন আন জাতিতকৈ বামুণৰ লেখেই সৰহ আছিল; শঙ্কৰদেৱৰ প্ৰচাৰিত অসম বৈষ্ণৱ ধৰ্ম্মত প্ৰথম শৰণলওঁতাসকলৰ ভিতৰত তেওঁৰ নিজৰ পুৰোহিত ৰামৰাম গুৰু আৰু নিজ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলি আদি বামুণ আছিল। অনন্ত কন্দলি, ৰাম সৰস্বতী, দামোদৰদেৱ, ভট্টদেৱ আদিক বাদ দিলে অসমীয়া বৈষ্ণৱ ধৰ্ম্ম আৰু সাহিত্যৰ সমানে এফাল গৌৰৱ যে চকুৰ পচাৰতে খহি পৰে! গতিকে এনে হীন অসত্য প্ৰচাৰ কাণ কৰিব লগা কথাই নহয়। কিন্তু কি বামুণ কি শূদিৰ, সকলো বৈষ্ণৱ প্ৰচাৰকেই তেতিয়াৰ ধৰ্ম্মাধিকাৰী বোলোৱা বামুণৰ, মিছা ভেম আৰু ঠেকমনা স্বভাৱৰ ওপৰত নিশ্চয় হেঁচা দিছিল; ই বামুণ সম্প্ৰদায়ৰ বিৰুদ্ধে বুলি ভবা বিচাৰ-বিপৰ্য্যয়, সন্দেহ নাই। উত্তৰ ভাৰতৰ নৱ-বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰকৰ কোনো কোনোৰ দৰে, শঙ্কৰদেৱে নিশ্চয় জাতি-ভেদ প্ৰথা উঠাই দিবৰ চেষ্টা নকৰিছিল; কিয়নো, যি জাতিৰ ভিতৰত পিতাকৰ হাতে পুতেকে খালে ধৰ্ম্ম নষ্ট হোৱা কথাও শুনিবলৈ আছে, তাত জাতি-ভেদ উঠাই দিয়াৰ চেষ্টা বাতুলতাৰ নামান্তৰ হব বুলি শঙ্কৰদেৱে বুজি এই বিষয়ত অযথা শক্তি আৰু সময় অপব্যয় নকৰিছিল। তুমি বামুণ, তেওঁ শূদিৰ, সিজন অন্ত্যজ; কোনো কথা নাই, প্ৰত্যেকে নিজ নিয়ম অনুসৰি হৰি-সেৱা কৰা, যোগ্যতা অনুযায়ী ঈশ্বৰৰ স্নেহৰ পাত্ৰ হবা, সন্দেহ নাই।

মহাভাৰতৰ বনপৰ্ব্বৰ ভিতৰুৱা অজগৰপৰ্ব্বত নাগৰূপী মহাৰাজ নহুষৰ "ব্ৰাহ্মণঃ কো ভৱেদ্ৰাজন্" প্ৰশ্নৰ উত্তৰত ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে কবৰ দৰে, মহাসমুদ্ৰত অসংখ্য জলচৰৰ গতি-বিধিৰ নিৰ্ণয় নোহোৱাৰ নিচিনাকৈ মানুহৰ বাক্য, মৈথুন, জন্ম আৰু মৰণৰ নিৰ্ণয় নাই; গতিকে "ন বৈ শূদ্ৰো ভবেচ্ছূদ্ৰো ব্ৰাহ্মণো ব্ৰাহ্মণো ন চ। যত্ৰৈতৎ লক্ষ্যতে সৰ্প! বৃত্তং স ব্ৰাহ্মণঃ স্মৃতঃ॥" শূদিৰ পৰিয়াল বা বামুণ বংশত জন্ম হোৱাৰ নিচিনা আকস্মিক বাহ্যিক কথাই শূদিৰতা বা বামুণতাৰ কাৰণ হব নোৱাৰে; 'বৃত্ত' অৰ্থাৎ সদাচাৰ যাৰ আছে, তেওঁকে বামুণ বুলি জানিব লাগে। শঙ্কৰদেৱে সেইদেখি জাতিভেদৰ কথা এফলীয়াকৈ থৈছিল; কিয়নো এনে এটা অকামিলা কথা লৈ সমাজত হৈ-চৈ লগোৱাৰ পৰা হানিৰ বাহিৰে যে লাভ একো নাই, দিব্য দৃষ্টিৰে তেওঁ তাক দেখিছিল। কিন্তু সকলো জাতিৰ বৈষ্ণৱ অৰ্থাৎ

সকলো জাতিৰ সমকক্ষতা

সদাচাৰী লোকৰ সমকক্ষতা ঘোষণা কৰাত উত্তৰ ভাৰতৰ বিখ্যাত ধৰ্ম্মচাৰ্য্য মানবল মহামুনিৰ লগত শঙ্কৰদেৱৰ সম্পূৰ্ণ মিল আছে। "চাণ্ডালোঽপি ভবেদ্ বিপ্ৰো হৰিভক্তিপৰায়ণঃ। হৰিভক্তিবিহীনস্তু দ্বিজোঽপি শ্বপচাধমঃ॥" বঙলাত কবৰ দৰে, "মুচি হলেও হয় শুচি, যদি হৰি ভজে। শুচি হলেও হয় মুচি, যদি হৰি ত্যজে॥" শঙ্কৰদেৱৰ ৰচনাত এই ভাব অতি সুস্পষ্ট—'সিটো চণ্ডালক গৰিষ্ঠ মানি যাৰ জিহ্বাগ্ৰে থাকে হৰি বাণী॥" "চণ্ডালো হৰি নাম লবে মাত্ৰ। কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥" "কৃষ্ণৰ কথাত যিটো ৰসিক। ব্ৰাহ্মণ জন্ম তাৰ তাৰ লাগে কিক॥" (পাষণ্ড-মৰ্দ্দন)।

"সিটো মহাগৰ্ব্বী, বিপ্ৰে আপোনাক, পৱিত্ৰ কৰিবে নাৰে।
ভকত চণ্ডালে, অপোনাকো তাৰে, সমস্ত কুল উদ্ধাৰে॥ প্ৰহ্লাদচৰিত্ৰ।

**সমাজ আৰু জাতি-গঠন**

যি সমাজক ঈশ্বৰমুখী কৰি ধৰি ৰাখে বা সমাজক ধ্বংসৰপৰা ৰক্ষা কৰে, সেয়ে ধৰ্ম্ম বুলি যদি কোৱা হয়, তেনেহলে শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মই অসমীয়া সমাজ আৰু অসমীয়া জাতিক প্ৰকৃততে জীৱন-মৰণৰ এক সঙ্কটময় সন্ধিক্ষণত ৰক্ষা কৰিলে; আৰু অকল ৰক্ষা কৰাই নহয়, অসমক এক নতুন প্ৰাণ স্পন্দন দি সৰ্ব্বভাৰতীয় আৰু মহাজাতীয় বিৰাট চৈতন্যৰ লগত ইয়াৰ ঐক্য স্থাপন কৰে। অকল সেই শক্তিৰ বলতে আজি প্ৰায় পাঁচ শতাব্দী কাল অসমীয়া সমাজ আৰু জাতি নিজ বৈশিষ্ট্য অটুট ৰাখি জীয়াই আছে। "একাধাৰতে শত গুণ।" নিৰ্ম্মল ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰে অসমৰ বহুমুখী অপধৰ্ম্মৰ স্থান আৰু মল গুচাই সমাজক শুদ্ধ আৰু জাতিক একতা সূত্ৰত আবদ্ধ কৰিলে। নামঘৰ আৰু সত্ৰ-প্ৰণালী অসমৰ বিশেষ বৈশিষ্ট্য, ই অসমৰ নিজা স্বায়ত্ত শাসনৰ প্ৰকৃষ্ট চানেকি *। এই নামঘৰবোৰৰ চাৰি বেৰ মুকলি; জাতিভেদ প্ৰথা উঠাই নিদিও সকলো বৰ্ণৰ লোক একে ঠাই হবৰ এই দিহা

---

* প্ৰকৃততে ১৯১৯ ত ভাৰতবৰ্ষক মণ্টেগু শাসন-সংস্কাৰ দিওঁতে, অসম সক আকা পিছপৰা প্ৰদেশ বুলি চীফ কমিশ্যনাৰৰ তলতে থাকিব লগা থিৰ হৈছিল; তেতিয়া অসমৰ প্ৰতিনিধি স্বৰূপে কৰ্ম্মবীৰ ৺নবীনচন্দ্ৰ বৰদলৈ আৰু শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱা দেৱ বিলাতলৈ গৈ ভাৰত-সচীবৰ আগত তাৰ প্ৰতিবাদ কৰি আৰু যুক্তিৰ লগত ইয়াকো কৈছিল যোলে অসমত স্বায়ত্ত শাসন যোৱা চাৰি শ বছৰৰো আগৰ পৰা চলি আহিছে; আৰু তাৰ প্ৰমাণ অসমৰ নামঘৰ আৰু সত্ৰবিলাক।

মহাপুৰুষে কৰি থৈ গৈছে। শদিয়াৰপৰা কোচবেহাৰলৈকে গোটেই অসম, বৈষ্ণৱ ধৰ্ম্মৰ সত্ৰ-প্ৰণালীয়ে জাল গোঁথাদি গুঁথি থৈছে ; ইয়াৰ ভিতৰত নপৰা গাঁও বা সম্প্ৰদায অতি তাকৰহে আছে। গোটেই প্ৰদেশত ধৰ্ম্ম আৰু সংস্কৃতি বা শিক্ষা বিলাবৰ দিহা স্বৰূপেই যে এই সত্ৰবোৰ গোনতে স্থাপন কৰা হৈছিল, সন্দেহ নাই। বৰ্ত্তমান ৰাজনৈতিক বিভাগে যদিও সেই শঙ্কৰদেৱৰ অসম কাটি ছিঙি ভাই-ভাই ঠাই-ঠাই কৰিছে, আৰু যদিও অসমীয়াৰ কাৰণে জেৰুজেলেমতকৈও পুণ্যময শঙ্কৰদেৱ মাধৱদেৱৰ আৰু দামোদৰদেৱ সমাধিস্থান কোচবেহাৰ আদি, আজি বিদেশীৰ হকৃত, তথাপি তাৰো উদ্ধাৰৰ উপায শঙ্কৰদেৱৰ পৱিত্ৰ নামেই, সন্দেহ নাই।

ইয়াৰ উপৰি অনন্ত কন্দলিৰ দৰে বামুণ আৰু ছান্দ খাৰ দৰে মুছলমান যেনেকৈ শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হৈছিল ; গাৰো, কছাৰী আদি নানা পৰ্ব্বতীয়া জাতিযেও সেইদৰে এইনিৰ্ম্মল নতুন ধৰ্ম্ম লৈ তৰিছিল। ইয়াৰ ফলত, অসমৰ দাঁতি কাষৰীয়া সকলো জাতিকে সামৰি এটা ডাঙৰ অসমীয়া জাতি সংগঠিত হবৰ উপক্ৰম হৈছিল ; সচাকৈয়ে চাৰিওফালে অনাৰ্য্য ধৰ্ম্ম আৰু পৰ্ব্বতীয়া ভাষাই বেৰি থকা অসম উপত্যকা এটা মাকুলিৰ দৰেই ! শঙ্কৰদেৱে সেই কালতে এই সকলোকে সাবটি-সামৰি এটা বিৰাট ধৰ্ম্মেৰে এটা বিৰাট জাতি গঠন কৰিবলৈ নোচোৱা হলে, সেইবোৰৰ গৰাহত পৰি ধৰ্ম্ম, ভাষা, কোনো ফালৰপৰা অসমীয়া জাতি আজি নাম কৰলৈ পৃথিবীত থাকিলহেতেন নে নাই, সম্পূৰ্ণ সন্দেহৰ কথা।

শঙ্কৰদেৱে বুজিছিল, এটা শকত জাতীয় সাহিত্যৰ অবিহনে কোনো ডাঙৰ আন্দোলন চিৰস্থাযী হব নোৱাৰে ; সেই উদ্দেশ্যে তেওঁ অসমীয়া বৈষ্ণৱ সাহিত্যৰ যি মহা অট্টালিকা তৰি দি গল, সমগ্ৰ ভাৰতৰ বৈষ্ণৱ আন্দোলনতে ই এটা আদৰ্শনীয় বস্তু। ইযাৰ আগতো অসমীয়া ভাষা, গীত, পদ আদি আছিল সচা, কিন্তু শঙ্কৰদেৱে সেইবোৰক ওথ আধ্যাত্মিকতাৰ ভেটিত থাপি একোটা স্থায়ী গঢ় দিলে ; বৰগীত, অঙ্কীয়া নাট আদি তাৰ প্ৰমাণ। হেম সৰস্বতী হৰিহৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰকন্দলি আৰু মাধৱকন্দলি আদি কবি সকলে শঙ্কৰদেৱৰ আগতে লৈখিক সাহিত্যত বিষ্ণু-সেৱাৰ কথা সুচাইছিল সচা ; কিন্তু জাতিৰ ৰাজহাড় স্বৰূপ সৰ্ব্বসাধাৰণৰ মাজত সি

সাহিত্য-থাপনা

তেতিয়াও সণ্টালনিকৈ সোমাব পৰা নাছিল। অসমীয়া সাহিত্যৰ প্ৰকৃত নৱজন্মৰ ( Renaissance ) যুগ শঙ্কৰদেৱৰপৰা হে আৰম্ভ হয়; পুৰাণ-ভাগৱতৰ কথা তেতিয়াৰ পৰাহে অসমৰ ঘৰে ঘৰে, সেইবোৰৰ শিক্ষা তেতিয়া পৰাহে লৰা-তিৰুতা আটাইৰে মুখে মুখে। ক্ৰিয়া-কাণ্ড আৰু তন্ত্ৰ-মন্ত্ৰৰ প্ৰাধান্য থকা মধ্যস্থতা লগা ধৰ্ম্ম গুচাই শঙ্কৰদেৱে এহাতে যেনেকৈ সহজ নামধৰ্ম্ম থাপিলে, আনহাতে তেনেকৈ দুস্প্ৰাপ্য দুৰ্ব্বোধ সংস্কৃত সাহিত্যত থকা অমূল্য জ্ঞান শূদ্ৰিৰ আৰু তিৰুতাৰ সুলভ আৰু বোধগম্য কৰি মাতৃভাষালৈ আনি, তাৰো মধ্যস্থতা নলগা কৰিলে। এয়ে আধ্যাত্মিক গণতন্ত্ৰবাদৰ ( spiritual democray ) প্ৰতিষ্ঠা; শঙ্কৰদেৱৰ সামান্য পূৰ্ব্ববৰ্ত্তী উইক্লিফেও বাইবোল শাস্ত্ৰ নিজ মাতৃভাষালৈ এই কাৰণেই ভাঙি 'ইংৰাজী গদ্যৰ' জনক নাম পাইছিল। প্ৰায় প্ৰতিজন অসমীয়া বৈষ্ণৱ লেখকেই সংস্কৃত সাহিত্যত বিদগ্ধ পণ্ডিৎ হোৱা স্বত্বেও নিশ্চয় এইবাবেই তেওঁলোকে অসমীয়াত হে লিখিছিল। অনন্ত কন্দলিয়ে স্পষ্টকৈ কৈয়ে গৈছে "শ্লোক সংস্কৃতে আমি, লিখিবাক ভাল জানি, তথাপিও সৰ্ব্বজন বোধে" ইত্যাদি।

## ৪। বৈষ্ণৱধৰ্ম্মৰ কেইটিমান মূলতত্ত্ব

সৃষ্টি-তত্ত্ব বিষয়লৈ মন কৰিলে দুটি মূলনীতি দেখিবলৈ পোৱা হয়—অন্তৰ্মুখী আৰু বহিৰ্মুখী; বৈজ্ঞানিক ভাষাৰে সেয়ে Convergent and Divergent Principles বা Centripetal and Centrifugal Forces. "স একস্ত বহুস্যাম প্ৰজজেয়য় ইতি"। তেওঁ এক, ইচ্ছা কৰিলে যে তেওঁ বহু হয়। 'এক'ৰ যে এই 'বহু' হবৰ বাসনা, তাৰ ফলেই এই বিচিত্ৰ সৃষ্টি-কৌশল। উপনিষদৰ "তত্ত্বমসি" কথাষাৰৰ অৰ্থ মায়াবাদী শঙ্কৰাচাৰ্য্যৰ মতে, "তুমি তেওঁ" অৰ্থাৎ ব্ৰহ্ম আৰু জীৱ এক আৰু অভিন্ন; কিন্তু বিশিষ্টাদ্বৈতবাদী ৰামানুচাৰ্য্যৰ মতে তাৰ অৰ্থ সেইটো নহয়, 'ব্ৰহ্মৰ বাহিৰে জীৱ থাকিব নোৱাৰে', এনেটোহে। ৰামানুজৰ মতে, বেলি আৰু কিৰণ যেনে, ব্ৰহ্ম আৰু জীৱও তেনে; এক হলেও আৱশ্যকমতে ভিন্ন। এইবাবেই তেওঁৰ বিশিষ্টাদ্বৈতবাদৰ আৰু এটা নাম দ্বৈতাদ্বৈতবাদ। এই মতত উপাস্য

"একস্ত বহুস্যাম"

আৰু উপাসকলৈ ঠাই আছে, কিন্তু মায়াবাদত নাই ; নব-বৈষ্ণৱ ধৰ্ম্মৰ মূল বিকাশ এই ৰামানুজাচাৰ্য্যৰ মতৰ ওপৰতে প্ৰতিষ্ঠিত।

আধ্যাত্মিক মাধ্যাকৰ্ষণ

আকৌ স্থূল নীহাৰিকাবাদ ( Nebular Hypothesis ) মতে যেনেকৈ মূল অসীম উত্তপ্ত নীহাৰিকা-খণ্ডৰপৰাই তাৰ মহা আবৰ্ত্তনৰ ফলত ছিটিকি অহা সৰু সৰু খণ্ডবোৰে তাকে ঘাই কৰি গ্ৰহ-উপগ্ৰহ ৰূপে চিৰকাল ঘূৰি আছে, তেনেকৈ সেই অখণ্ড ব্ৰহ্মাৰ খণ্ড জীৱবোৰে আকৌ সেই অখণ্ডকে ধিয়াই চলিব লাগিছে। জানি বা নাজানি, ধন বুলি, মান বুলি, পুত্ৰ বা ভাৰ্য্যা বুলি সকলো জীৱই প্ৰকৃততে সেই পৰম ভগৱন্তকে বিচাৰিছে।—

"যতেক নদ নদী সমুদায়। অনেক পথে সাগৰক যায় ॥" ( কীৰ্ত্তন )

'যে যথা মাং প্ৰপদ্যন্তেস্তাংস্তথৈব ভজাম্যহম" ( গীতা )। এয়ে আত্মাৰ ৰাসায়নিক আকৰ্ষণ ( chemical affinity ), এয়ে আধ্যাত্মিক মাধ্যাকৰ্ষণ ( Spiritual Gravitation )।

"ৰসো বৈ সঃ"

"ৰসো বৈ সঃ।" ঈশ্বৰ আস্বাদনৰ বস্তু। অকল এয়ে নহয়, তেৱেঁই বিশ্বৰ প্ৰকৃত আস্বাদন। ধন, মান, পুত্ৰ, ভাৰ্য্যা নানানৰূপে আমি তেওঁক যেনেকৈ চাকি চাইছোঁ ; তেৱোঁ সেই সকলো-ভাৱে, আৰু জোন, বেলি, বায়ু, পানী আদি অলেখৰূপে সকলোৰে মাজত নিজক বিলাই দিবলৈ সদায় ব্যাকুলতা প্ৰকাশ কৰিছে। কিন্তু যেতিয়াই জীৱই কোনো নিৰ্দ্দিষ্ট পাত্ৰত ব্ৰহ্মক সীমাবদ্ধ কৰিবলৈ বিচাৰে, তেতিয়াই জীৱৰ বন্ধন উপস্থিত হয় ; আৰু ৰ-লগা পলুৰ দৰে সেই জীৱই নিজে-সজা মুগাৰ খোলাত নিজে আবদ্ধ হয়। তদুপৰি· যি পাত্ৰত সেই ভগৱৎ-প্ৰেমৰূপ মহা অমৃত ভৰি আছে, বৈষয়িক সুখ অকল তাৰ বাহিৰ ফাল. তাত যিকণ ৰস বিৰিঙি ওলাইছে, তাকে চেলেকি চেলেকি জীৱৰ সেই অনন্ত প্ৰেম-তৃষ্ণা বাঢ়িছে মাথোন। ঈশ্বৰ-ভক্তিৰ বাহিৰে কোনো পাৰ্থিৱ প্ৰেমে সেইদেখি আমাক তৃপ্তি বা শান্তি দিব নোৱাৰে।

ঈশ্বৰৰ স্বৰূপ

সৃষ্টি-তত্ত্ববিষয়ক এনে মূল সত্যবোৰৰ ওপৰতে বৈষ্ণৱ ধৰ্ম্মৰ ঘাই তত্ত্ববোৰ প্ৰতিষ্ঠিত হৈছে। পোনতে, অকল ব্ৰহ্মইহে আছে ; বেলিৰ অবিহনে পোহৰৰ যেনে স্বকীয়া অস্তিত্ব অসম্ভৱ, তেওঁৰ বাহিৰে সেইদেখি বিশ্বব্ৰহ্মাৰ বেলেগ স্থিতি নাই।

"তুমি পৰমাত্মা জগতৰ ঈশ এক। একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ। সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ ॥
তুমি পশু পক্ষী সুৰাসুৰ তৰু তৃণ। অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন ॥
তুমি সে কেৱলে সত্য মিছা সৱে আন।" (হঃ মোঃ)

দ্বিতীয়ত, বিশ্বব্ৰহ্মাণ্ডৰ স্বকীয়া সত্তা নহলেও, ই তেওঁৰ সত্তাৰে সত্তাবান; গতিকে ই বিষ্ণুময়. "যত জীৱ, তত শিৱ।" "সূত্ৰে মণিগণা ইব" বা এডালি সূতাৰে গঁথা মণিধাৰিৰ দৰে ব্ৰহ্মই এই সুন্দৰ বিশ্ব-মালা গাঁথি থৈছে। কিন্তু মণিৰ মাজত বটিয়া আছে, বটিয়াৰ মাজত মণি নাই; সেইদৰে সকলোৰে ভিতৰত ব্ৰহ্ম আছে, কিন্তু ব্ৰহ্মত হলে সকলো নাই। এই নানা জীৱৰূপী শিৱৰেই এই সংসাৰ-ভাওনা। 'একে'ই ইয়াত 'বহু'ৰ ভাও দিছে। কিন্তু ইয়াত যদি তুমি ভেদ দেখিলা, তুমি অৰসিক, অবৈষ্ণৱ! মায়াৰ জালে তোমাৰ চকু এতিয়াও বান্ধি থৈছে; তুমি মুগাৰ খোলাত সোমোৱা ৰ-লগা পলু। সকলোকে প্ৰকৃততে তুমি অভিন্ন দেখিব লাগিব, তেহে তোমাক নিভাঁজ বুলিব পৰা হব।—

ব্ৰাহ্মত্বৰ স্বৰূপ

"সমস্ত ভূততে ব্যাপি আছোঁ মই হৰি। সবাকে মানিবা তুমি বিষ্ণু বুদ্ধি কৰি ॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল। দাতাত চোৰত যেন দৃষ্টি সমতুল।
নীচত চোৰত যাৰ ভৈল এক জ্ঞান। তাহাকেসে পণ্ডিত বুলিয়া সৰ্ব্বজান ॥
কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম। জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম ॥
বিষ্ণুময় দেখে যিটো সমস্ত জগতে। জীৱন্তে মুকুত হোৱে অচিৰ কালতে ॥"
(বৈঃ প্ৰঃ)

সকলো জীৱই যেতিয়া ঈশ্বৰৰ অংশ, আটায়েই আধ্যাত্মিকভাৱে স্বাধীন; সকলোৱেই আধ্যাত্মিকভাৱে সমকক্ষ। কাকো জন্মৰ দৰে আকস্মিক ঘটনাই তল-ওপৰ কৰিব নোৱাৰে; প্ৰকৃত ধৰ্ম্মজীৱন-যাপনত যেয়ে শ্ৰেষ্ঠ, তেওঁকেহে শ্ৰেষ্ঠ বুলিব লাগিব। গতিকে জাতিভেদ সাৰহীন কথা, বৰ্ণাশ্ৰম ধৰ্ম্মৰো সেই স্বৰূপে বিশেষ মূল্য নাই; হৰিভক্তি-পৰায়ণতাইহে আটাইৰে বিশ্বজনীন চিনাকি। মাধৱদেৱৰ সুমধুৰ সুমঙ্গল, লেচাৰি ছন্দেৰে —

সকলো জীৱৰ আধ্যাত্মিক সমকক্ষতা

"নোহো জানা আমি চাৰি জাতি, চাৰিও আশ্ৰমী নোহো আতি
নোহোঁ দানশীল পুণ্য ব্ৰত তীৰ্থগামী।

কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপী ভৰ্ত্তা পদ-কমলৰ
দাসৰো দাসৰ তান দাস ভৈলোঁ আমি ॥"

"এক" যেনেকৈ নিজ ইচ্ছা অনুসৰি "বহু" হল, সেইদৰে "বহু"ৰো হেঁপাহ আকৌ ঘূৰি "এক" হোৱা। 'বহু"ৰ লক্ষ্য "বহু" হব নোৱাৰে, কিয়নো, সি তেতিয়া বহুল (diffused) হৈ নিজক হেৰুৱাবৰ আশঙ্কাই সৰহ। সেইদেখি "একশৰণ", বৈষ্ণৱ ধৰ্ম্মৰ এক ঘাই নীতি। "ভক্তাঃ ঐকান্তিনঃ মুখ্যাঃ।" ("নাৰদীয় ভক্তিসূত্ৰ")। আকৌ মাধৱদেৱৰ ভাষাৰেই—

ঐকান্তিকা ভক্তি

"মোতে মাত্ৰ সদা দিয়া মন, মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ,
মোকে পূজা মাত্ৰ, মোকে কৰা নমস্কাৰ।" ৬০৯।
"কৃষ্ণ নিগদতি সব্যসাচি পৰমাৰ্থ তত্ত্ব লৈযো বাছি
সুদৃঢ় বিশ্বাসে শৰণ লৈযো আমাত।
মোতে মাত্ৰ সদা দিয়া চিত, গায়ো মোৰ গুণ নাম গীত,
সকল শাস্ত্ৰৰ কহিলোঁ সাৰ সাক্ষাত ॥" ৬১৬ (নাঃ ঘোঃ)

এই একশৰণ ধৰ্ম্মৰ ঘাই লক্ষণ গৈছে সৰ্ব্বগ্ৰাসী ভক্তি। এই ভক্তি-সাগৰত ঠাউনি নাপাই মাধৱদেৱে গাইছে—"চৈতন্য-আদিত্য, হৃদয় আকাশে, সৰ্ব্বদায় প্ৰকাশয়। উদয়াস্ত নাই, সন্ধ্যা-উপাসনা, কৰিবা কোন সময়।" এযেই হৈছে নিজক হেৰুৱা প্ৰেম, এয়ে "ৰসময়ী ভক্তি" (Love for love's sake)। ইয়াক পালেই ভক্ত "মুক্তিতো নিস্পৃহ" হয়, "সাৰ্ব্বভৌম সুখ"কো তুচ্ছ জ্ঞান কৰে। 'ধনং দেহি', 'পুত্ৰং' দেহি', 'জয়ং দেহি' বোলা সাধনা প্ৰকৃততে পূজ্যজনৰ লগত পূজকৰ লাভালাভৰ ব্যৱসায় মাথোন ; ই আদৰ্শ প্ৰেম হব নোৱাৰে। আদৰ্শ প্ৰেম সদায় নিষ্কাম, শ্ৰেষ্ঠ ভক্তি সদায় অহৈতুকী। সংসাৰত থাকিবলৈ হলে, ধন, পুত্ৰ, জয় সকলো লাগে সচা, কিন্তু সি সংসাৰৰ বাবেহে ; সেইবোৰ অনন্ত জীৱন-যাত্ৰাৰ সম্বল হব নোৱাৰে। ইফালেও, কামনাৰ অন্ত নাই, বাসনাই আমাক তৃপ্তি আৰু শান্তি লভিবলৈ নিদিয়ে ; গতিকে বিষয়েই ব্যাধিস্বৰূপ, আৰু তাৰ একমাত্ৰ ঔষধ, ভক্তি—"বিষয়-ব্যাধিৰ ঔষধি মাগোঁ, ভকতি অমিয়া।" এই ভক্তি যেনে নিৰ্ম্মল আৰু ব্যভিচাৰহীন, তেনে আশুফলপ্ৰদও। ইয়াৰ ফলৰূপে মুক্তিলাভ কৰিব পাৰি সচা, কিন্তু পৰম ভক্তসকলে তালৈ ভ্ৰূক্ষেপ নকৰে ;

সৰ্ব্বগ্ৰাসী ভক্তি

সেইসকলৰ বাবে ভক্তি নিজে পন্থা হৈও লক্ষ্য ( means to an end, and an end in itself ). ভক্তিয়েই ভক্তৰ আনন্দ। আকৌ "নামঘোষা"ৰ ভাষাৰে—

"ভক্তি-সৰোবৰে কৃষ্ণ-পাদ- পঙ্কজত পড়ি নিৰন্তৰে
পৰম আনন্দে ভকত-ভ্ৰমৰ ঝাকে ॥
কৃষ্ণ যশ-ৰস মধুপানে মত্ত হুয়া অতি সাৱধানে,
ৰামনাম ৰাজহংস ৰাৱ শুনি থাকে ॥" ৬৪৩।

নামধৰ্ম্মৰ সোণৰ কলচী

এই ভক্তি-মন্দিৰৰ আকাশ-ছোৱা সোণৰ কলচীস্বৰূপ হৈছে নামধৰ্ম্ম। শ্ৰৱণ, কীৰ্ত্তন আদি ন বিধ ভক্তিৰ নৱটিয়েই ঈশ্বৰ-লাভৰ একোটি সুকীয়া বাট বুলিলে, নামধৰ্ম্মকে সেই সকলোৰে উমৈহতীয়া ৰাজবাট বুলিব পাৰি। হিন্দুধৰ্ম্মৰ মতে শব্দ অক্ষৰ, শব্দই ব্ৰহ্ম। অকল হিন্দু ধৰ্ম্মই কিয় বোলোঁ, খ্ৰীষ্টান ধৰ্ম্মেও অবিকৃতভাৱে সেই সুৰকেই প্ৰতিধ্বনিত কৰিছে · নিউ টেষ্টামেণ্টৰ জনৰ গ্ৰন্থৰ প্ৰথম অধ্যায়ৰ প্ৰথম শাৰীতে হৈছে—"In the beginning was the Word, and Word was with God, and Word was God."

## ৫। সামৰণি

সাংখ্য আৰু পাতঞ্জল দৰ্শনৰ আৰু গীতাৰ ঈশ্বৰবাদ

সাংখ্যৰ মতে প্ৰকৃতি আৰু পুৰুষ দুয়ো নিত্য, আৰু এই দ্বৈততত্ত্ব অনাদি ; কিন্তু গীতাৰ মতে প্ৰকৃতি আৰু পুৰুষ চৰম তত্ত্ব নহয়, পৰমেশ্বৰ বা মাধৱ এই দুইৰো ওপৰত—"প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।" বেদান্তৰ পৰিসমাপ্তি অক্ষৰ ব্ৰহ্মত ; কিন্তু গীতাৰ পৰিসমাপ্তি তাতোকৈ ওপৰত, ক্ষৰ আৰু অক্ষৰ ব্ৰহ্মতকৈ শ্ৰেষ্ঠ পুৰুষোত্তম ঈশ্বৰত। "ক্ষৰ পদে ইটো, দেহক বোলয়, অক্ষৰ শবদে ব্ৰহ্ম। দুইত কৰি হৰি উত্তম নিমিত্তে, প্ৰখ্যাত পুৰুষোত্তম।" সাংখ্য দৰ্শনৰ লক্ষ্য কৈৱল্য মুক্তি, আৰু তাক পাবৰ উপায় পঞ্চবিংশতি তত্ত্বৰ জ্ঞান ; পাতঞ্জল দৰ্শন বা সেশ্বৰ সাংখ্যৰ মুখ্য বিষয় যোগ বা "চিত্তবৃত্তি নিৰোধ।" কিন্তু গীতাৰ যোগ মানে, পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলন ; বা জ্ঞানেৰে, কৰ্ম্মেৰে আৰু ভক্তিৰে, জীৱ পৰমেশ্বৰৰ লগত মিলি যোৱাই গীতাৰ অধ্যাত্মযোগ।

মুঠতে, গীতা জ্ঞানী, কৰ্ম্মী, ভক্ত আৰু যোগী সকলোৰে আদৰৰ; আৰু সাংখ্য, পাতঞ্জল, বেদান্তৰ দ্বৈতবাদী আৰু অদ্বৈতবাদী সকলো শ্ৰেণীৰ দাৰ্শনিকৰ মতৰ ইয়াতে সুন্দৰ সমন্বয় হৈছে। গীতাত সাম্প্ৰদায়িক সঙ্কীৰ্ণতাৰ লেশমাত্ৰ নাই, সেইদেখি গীতাৰ বিশ্বজনীন্ সাৰ্ব্বভৌম ধৰ্ম্মৰ ওপৰত ঠিয় হোৱা অসমৰ শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মতো কোনো সাম্প্ৰদায়িক সঙ্কীৰ্ণতাৰ গোন্ধ ভাপ নাই। ই সনাতন আৰ্য্য ধৰ্ম্মৰ এটা উদাৰ গঢ়; এইভাৱে আৰু দাস্যভক্তিপ্ৰধানৰূপে খ্ৰীষ্টান্, ইছলাম আদি জগত-জোৱা ধৰ্ম্মৰ লগতহে ইয়াৰ ৰিজনি খাটে। যীশু, মহম্মদ আদি ধৰ্ম্মপ্ৰচাৰকসকলে যেনেকৈ তেওঁলোকৰ নামেই এমুঠি লোকেৰে এটা ধৰ্ম্মৰ নামকৰণ হওক বুলি কেতিয়াও ইচ্ছা কৰা নাছিল, কিন্তু সমগ্ৰ বিশ্বমানৱৰ উপকাৰেই আকাশৰ দৰে উদাৰ হৃদয়ৰ এই মহাপুৰুষসকলৰ প্ৰাণৰ ধাউতি আছিল, শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মও সেইদৰে 'শঙ্কৰী' বা 'মহাপুৰুষীয়া' নাম দিয়া বা সাম্প্ৰদায়িকতাৰ অস্বাস্থ্যকৰ ঠেক সীমাৰ ভিতৰত সুমুৱাৰ বাবে পিছৰ সঙ্কীৰ্ণমনা সমাজেই জগৰীয়া। অসম বৈষ্ণৱ ধৰ্ম্ম যে প্ৰকৃতপক্ষে এক বিশ্বজনীন ধৰ্ম্ম, এইটো কোনোমতে পাহৰিলে নচলিব।

অসম বৈষ্ণৱ ধৰ্ম্মৰ সাৰ্ব্বজনীনতা

১৫৩২ খ্ৰীঃ মানত শঙ্কৰদেৱ বৰপেটালৈ যায়। তেওঁ পাটবাউসীত থকা কালত দামোদৰদেৱে (১৪৮৮–১৫৮০) তেওঁৰ ধৰ্ম্মগ্ৰহণ কৰে আৰু সেই ঠাইৰ ওচৰতে হৰিদেৱো (১৪৯৩—১৬৩৩?) তেওঁলোকৰ লগ লাগে। দামোদৰদেৱ শঙ্কৰদেৱৰ অতি চেনেহৰ শিষ্য আছিল, কিন্তু শঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত, যেতিয়া মাধৱদেৱ অসম বৈষ্ণৱধৰ্ম্মৰ প্ৰধান আচাৰ্য্য হল, তেতিয়া মাধৱদেৱৰ প্ৰাধান্য নামানি দামোদৰদেৱে ফালৰি কাটি গৈ এটা সুকীয়া পন্থা গঠিত কৰিলে; আৰু হৰিদেৱো সেইদৰে আন এটা সুকীয়া পন্থাৰ প্ৰদৰ্শক হল। গেইট চাহাবে তেওঁৰ অসম বুৰঞ্জীত এই বিষয়ে ফঁহিয়াই লিখিছে। সকসুৰা কথাত অসম বৈষ্ণৱ ধৰ্ম্মৰ এই দুই পন্থাৰ, যি-প্ৰভেদেই থাওক, নাম, শ্ৰৱণ আদিৰ প্ৰণালীৰ নিচিনা ঘাই কথাত আৰু বলি-বাহনৰ বিৰুদ্ধে অন্ততঃ দামোদৰদেৱে শঙ্কৰদেৱৰ শিক্ষাৰপৰা অকণো আঁতৰা নাছিল। এইবোৰ ঠাল-ঠেঙুলি লৈ মুঠতে অসম বৈষ্ণৱ ধৰ্ম্ম আজিও এজুপি পবিত্ৰ মহামহীৰুহ, আৰু হাজাৰ হাজাৰ জীৱ-পক্ষীৰ আশ্ৰয়-স্থল। অসমে

বিৰাট অসম বৈষ্ণৱ ধৰ্ম্মবৃক্ষ

জন্মজন্মান্তৰ-সঞ্চিত পুণ্যৰ ফলতহে যে এনে বৃক্ষৰ জনমদাতা এজন মহা-পুৰুষ লাভ কৰিছিল, সন্দেহ নাই। কিন্তু যি ক্ষণত অসমৰ বজাই নিজৰ এনে মহানিধি নিচিনি, আওকাণ কৰি, অচিনাকি পৰধৰ্ম্মৰ পৰগুৰুৰ চৰণ বন্দিলে, সেয়ে অসমৰ জাতীয় নিচাম্বিকাৰ তথা জাতীয় অধঃপতনৰ দুৰন্তীৰ ভয়াবহ পাতনি!

শঙ্কৰদেৱৰ দূৰদৃষ্টিৰ ফলত অসম বৈষ্ণৱ ধৰ্ম্মৰ শুদ্ধ সত্বতা আৰু নিৰ্ম্মলতা এতিয়ালৈকে আছে। বজা, তিকতা আৰু ক্ৰিয়াকাণ্ডী বামুণে এই ধৰ্ম্মত শৰণ ললে তাৰ পবিত্ৰতা ৰক্ষা নহব বুলিয়ে, এই তিনিওকে বৈষ্ণৱ ধৰ্ম্মত শৰণ নিদি যাচি দিয়া ৰাজানুগ্ৰহো ভবিৰে ঠেলিছিল; তথাপি যি মহত্তোমহীয়ান আদৰ্শত এই ধৰ্ম্ম এদিন প্ৰতিষ্ঠিত হৈছিল, তাৰ প্ৰাণবস্তু যেন আজি নাই! সময়ৰ লগত যেন ই আগবাঢ়িব পৰা নাই! জাতি-গঠন, সমাজ-গঠন সাহিত্য-গঠনৰ আধুনিকতম সকলো সজুলি মহামানৱ শঙ্কৰদেৱে এই ধৰ্ম্মতে ৰাখি গৈছে; এতিয়া তাৰে সৈতেই ঘূৰি ইয়াত প্ৰাণ-প্ৰতিষ্ঠা কৰিব লাগিব; আৰু ঠেকমনা সমাজে এই নিৰ্ম্মল সনাতন ধৰ্ম্মত সাম্প্ৰদায়িকতাৰ যি চেকা সানিছে, তাক গুচাই পুনৰ ইয়াৰ সেই বিশ্বজনীন ধৰ্ম্মৰ জেউতি প্ৰকাশ কৰিব লাগিব। ইয়াৰ বাবে এটি শঙ্কৰ শিক্ষালয় (School of Assam Vaishnavism) আৰু এটি শঙ্কৰ-প্ৰচাৰবিভাগ (Sankardev Mission) অচিৰে প্ৰতিষ্ঠিত হোৱা আৱশ্যক; অসম বৈষ্ণৱ ধৰ্ম্মৰ আৰু অসমীয়া পুৰণি সাহিত্যৰ ন ন কথা যাটি উলিয়াব, আৰু প্ৰচাৰ বিভাগে সেইবোৰৰ জেউতি বিলাই মানুহ জাতিৰ উপকাৰ সাধনত ব্ৰতী হব। এই সভাৰ কৰ্ম্মীসকলে এই বিষয়ৰ এটি আন্দোলন আৰম্ভ কৰিব পাৰিলে বৰ গৌৰৱৰ কথা হয়, আৰু সিহে শঙ্কৰদেৱৰ তিথিপালন আৰু শঙ্কৰদেৱৰ প্ৰতি ভক্তি সাৰ্থক কৰিব; কিয়নো মানুহৰেই হওক বা ঈশ্বৰেই হওক, প্ৰকৃত প্ৰীতিসাধন হয় তেওঁলোকেৰ প্ৰিয় কাৰ্য্য-সমাপন।

শঙ্কৰদেৱৰ শিক্ষালয় আৰু প্ৰচাৰ বিভাগ

## একে গ্ৰন্থকাৰৰ প্ৰকাশিত পুথি

| | | | | |
|---|---|---|---|---|
| ১। | মুকুতা ( চতুৰ্দ্দশপদী কবিতা ) | ... | ... | ৵০ |
| ২। | মালিকা ( শোক-কবিতা ) | ... | ... | ১০ |
| ৩। | ভোগজৰা ( আইতুতি, ধাইনাম আদি ) | | ... | ।০ |
| ৪। | মালতী ( কোমল কবিত | ... | ... | ।৵০ |
| ৫। | দীপাৱলী ( চুটি সাধু ) | ... | ... | ।৵০ |
| ৬। | সঁফুৰা ( গান আৰু সুৰলিপি, দ্বিতীয় তাঙৰণ)... | | | ॥০ |
| ৭। | আকুল পথিক ( বন-ঘোষা, ) তৃতীয় তাঙৰণ ... | | | ॥০ |
| ৮। | থুপিতৰা ( খণ্ড-কবিতা ) | ... | ... | ॥০ |
| ৯। | কামৰূপ ( পৌৰাণিক নাটক ) | ... | ... | ॥০ |
| ১০। | ইন্দ্ৰধনু ( দীঘলীয়া কবিতা ) | ... | ... | ॥০ |
| ১১। | অসমীয়া সাহিত্যৰ জিলিঙনি | ... | ... | ৸০ |
| ১২। | আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী (সচিত্ৰ) | | ... | ১॥০ |
| ১৩। | আধুনিক অসমীয়া কাব্যপ্ৰতিভা ( সচিত্ৰ ) | | ... | ২৲ |
| ১৪। | অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ আঁতি-গুৰি | ... | ... | ।০ |
| ১৫। | অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি | ... | ... | ১৲ |
| ১৬। | শ্বহিদে কাৰবালা ( কাব্য ) | ... | ... | ।৵০ |

প্ৰিণ্টাৰ—

শ্ৰীৰাজেন্দ্ৰলাল সৰকাৰ

কাত্যায়নী মেচিন প্ৰেছ

৩৯।১ শিৱনাৰায়ণ দাস লেন,